# পাঞ্চজন্য



—গৌতম—

 

মূল্য—৮০ মাত্র

# পাঞ্চজন্য

ব্যক্তিৰ সমন্বয়ত সমাজৰ সৃষ্টি।

ব্যক্তিগত চিন্তাই যেতিয়া সংস্কৃতিৰ অভিমুখী হৈ সংহতিসম্পন্নভাবে সমাজৰ অনুকৰণ কৰে তেতিয়াই সাহিত্যৰ সৃষ্টি হয়। সমাজ আৰু সাহিত্য ইহঁতৰ ইটো সিটোৰ পৰিপূৰক বুলি মই ভাবোঁ। সাহিত্যৰ পটভূমিত সেয়ে সমাজৰ প্ৰধান অংশ এটাৰ চিত্ৰ ফুটি ওলায়।

মোৰ এই গল্প কেইটা কেবা বছৰ আগতে লিখা। শুকাই লেৰেলি নাইকীয়া হৈ যাব ধৰা অৱস্থাত পাই অকন মান 'জীপ' দিবৰ চেষ্টা কৰিলোঁ। নমৰি জীয়াই থাকিলে কাইটৰ গছো কেতিয়াবা কেতিয়াবা মানুহৰ কামত আহে।

গৌতম।

# বিদ্ৰোহ

মোৰ পঢ়া কোঠাটোৰ সোঁ ফালেই খ্ৰীষ্টিয়ান চাৰ্চ্চটি। প্ৰত্যেক দিনে পুৱাই টং টং কৰি চাৰ্চ্চৰ ঘণ্টাটো বাজি উঠে। এই ঘণ্টাটোৰ লগত আমাৰ নিত্য-নৈমিত্তিক কিমান কামৰ সম্বন্ধ!

সদায় একোবাৰ ভাবোঁ চাৰ্চ্চলৈ যোৱাৰ কথা। আজি কিমান দিন ধৰি এই চাৰ্চ্চৰ ঘণ্টাৰ নিয়মীয়া ধ্বনিয়ে আমাৰ প্ৰাত্যহিক কামবিলাকৰ নিৰ্দ্দেশক হৈ আহিছে—ইয়াৰ প্ৰতি এটা আকৰ্ষণ জন্মা স্বাভাবিক।

সিদিনা ৰবিবাৰ। কলেজ বন্ধ থকাৰ সুবিধাকে আশ্ৰয় কৰি কিমান কামৰ সঙ্কল্পই আমাক জুমুৰি দি ধৰে, তাৰ অন্ত নাই।—ভিক্টোৰিয়া মেমোৰিয়াল তথ্য আবিষ্কাৰ, চিৰিয়া খানাৰ সুক্ষ্ম অন্বেষণ, জু পৰিদৰ্শন, বোটানিকেল গাৰ্ডেন সন্দৰ্শন, আৰু অৱশেষত প্ৰবাসী অসমীয়াৰ আৱিষ্কৰণ আৰু পৰিচয় গ্ৰহণ। কোনো কোনো দেওবাৰে সঙ্কল্পৰ পৰিকল্পনাই ইমানবোৰ বিকল্পৰ সৃষ্টি কৰে যে সকলোকে বাদ দি চতুৰ্ভুজ হৈ বহি থাকিব লগীয়া হয়; আকৌ কেতিয়াবা সঙ্কল্পৰ দেওনা পাৰ হৈ নিজৰ পাওনা ভোজন খিনিও হেৰুৱাব লগীয়া হওঁ গৈ।

সেই দেওবাৰটোত আমাৰ প্ৰভাতী প্ৰোগ্ৰাম হ'ল গীৰ্জ্জালৈ যোৱা। খ্ৰীষ্টিয়ানৰ ধৰ্ম্মস্পৃহা, আৰু তেওঁলোকৰ ৰীতিনীতি চোৱাই আমাৰ ইচ্ছা। মিঃ ৰেজৰ এজন খ্ৰীষ্টিয়ান বন্ধুৰ লগত কথামিলা হৈ সিদিনা চাৰ্চ্চলৈ যোৱাৰ বন্দোবস্ত পাকাপাকি কৰি পেলালোঁ।

গীৰ্জ্জাৰ ভিতৰত শ্বেতাঙ্গৰ মাজত ভাৰতীয়ৰ সংখ্যাও নিচেই তাকৰ নহয়। ভাৰতীয় সকলে সচৰাচৰ পিছৰ ফালে একোখন চকি লৈ বহে। আমিও গৈ তেওঁলোকৰ মাজতে চকি তিনিখন লৈ বহি পৰিলোঁ। আমাৰ পিছত এগৰাকী ভাৰতীয় মহিলা তেওঁৰ সঙ্গী এজন লৈ সোমাল। তেওঁলোক দুয়ো আমাৰ কাষতে দুখন চেয়াৰ অধিকাৰ কৰিলে। মহিলা গৰাকী মোৰ ওচৰতে বহিল। সঙ্গীজনক তেওঁৰ স্বামী বুলি অনুমান হ'ল।

পোঁ পোঁ কৈ অৰ্গেনটো বাজি উঠিল। মই আগেয়ে কেতিয়াও গীৰ্জ্জালৈ যোৱা নাছিলোঁ। তলমূৰ কৰি মই কি যে অবান্তৰ চিন্তা বোৰ কৰি বহি আছিলোঁ, এতিয়া একো কব নোৱাৰোঁ। চিন্তাত মই ইমান বিভোৰ হৈ পৰিছিলোঁ যে কেতিয়া অন্যান্য ভক্তবৃন্দ ঠিয় হৈ পৰিছিল কবই নোৱাৰিলোঁ। অলপ পিছতে মূৰ তুলি দেখোঁ যে সকলোৱে ঠিয় হৈছে। অকস্মাৎ মোৰ মুখেদি এবাৰ কথা ওলাই পৰিল। নিজকে নিজে কোৱা কথাবিলাক সাধাৰণতঃ মুখেদি ফুটি নোলায়। কিন্তু যেতিয়া ওলায়, সি একেবাৰে মাতৃভাষাত ওলাই পৰে। পাৰিপাৰ্শ্বিক অৱস্থালৈ মন দিবৰ তেতিয়া সময়ে নাথাকে। মোৰ তেতিয়া আকস্মিক ভাবে ওলোৱা কথাষাৰে যে কাৰবাক সচেতন কৰি তুলিব পাৰে মই ভবাই নাছিলোঁ। কিন্তু মোৰ অসমীয়া কথাষাৰ শুনি মোৰ ওচৰৰ মহিলা গৰাকীয়ে মোৰ ফালে আচৰিত ভাবে চালে। তেওঁৰ মুখত বিস্ময় আৰু আনন্দৰ ৰেখা এটি ইমান স্পষ্ট হৈ পৰিছিল যে হঠাৎ মোৰো মনৰ গতি

থমকি গ'ল। প্ৰাৰ্থনালৈ দুয়োৰো মনোযোগ নাইকীয়া হৈ পৰিল। ফুচ ফুচ কৰি তেওঁ মোৰ কাণে কাণে কলে,— "আপুনি অসমীয়া ? ময়ো অসমীয়া। অনুগ্ৰহ কৰি যাবৰ সময়ত মোক লগ ধৰিব।" ময়ো 'বাৰু' বুলি কৈ সন্মত হলোঁ।

ওলাই আহিবৰ সময়ত তেওঁ মোক একেবাৰে গাৰীৰ ওচৰলৈ টানি লৈ গ'ল। আহ্লাদত তেওঁৰ মুখখনি পদুম ফুলটিৰ দৰে ধুনীয়া হৈ পৰিছিল।

"আপোনাৰ অসমীয়া কাথাবাৰ যে কি সৌভাগ্য ক্ৰমে শুনিবলৈ পালোঁ। প্ৰবাসত অসমীয়া মানুহক লগ পাবলৈ কিমান ইচ্ছা হয় আৰু লগ পালে কিমান আনন্দ হয় সেইটো প্ৰকাশ কৰিব নোৱাৰি। আপোনাৰ নাম কি মহাশয় ? ক্ষমা কৰিব, মই আপোনাক এই দৰে নাম সোধা বাবে।"

মই কলোঁ।—"আপুনি ক্ষমা কৰিব লগীয়া একো দোষ কৰা নাই। প্ৰবাসত অসমীয়া মুখ বিচাৰি ফুৰা প্ৰত্যেক অসমীয়াৰ বাবে স্বাভাৱিক। মোক দেখি আপোনাৰ যেনে আনন্দ হৈছে, আপোনাক দেখি মোৰো তেনে আনন্দ হৈছে, আপোনাক লগ পাই মই সৌভাগ্যবান বুলি ভাবিছোঁ। মোৰ নাম মোহন দত্ত।"

"অনুগ্ৰহ কৰি আজি আবেলিলৈ অলপ আহৰি সময় ৰাখিবনে ? এবাৰ যদি মোৰ ভগা পজাত ভৰি দিলে হেঁতেন।"

মই এনে আগ্ৰহপূৰ্ণ আহ্বান ইমানদিনে কোনো অসমীয়া বন্ধুৰ পৰা পোৱা নাই। মই কলোঁ।—"নিশ্চয় যাম। কিন্তু......"

"মোৰ ঠিকনা ? —ভয় নকৰিব মিঃ দত্ত। আবেলি চাৰ্চ্চলৈ আহোঁতে মই আপোনাক লৈ যাম।"

নাৰী জাতিৰ বন্ধুত্ব লাভ কৰা এপিনে যিমান কঠিন আনপিনে আকৌ বৰ উদ্ধু। পহিলা লাজৰ আৱৰণটি এবাৰ গুচাই লব

পাৰিলে, বন্ধুত্ব ঘনীভূত হৈ পৰে। মিছেছ্ বসাকৰ লগতো মোৰ বন্ধুত্ব প্ৰগাঢ় হবলৈ বৰ বেছি সময় নেলাগিল। পূজাৰ বন্ধলৈ তেতিয়া আৰু বেছি দিন নাই।

পূজাৰ বন্ধত মই ঘৰলৈ যাবলৈ মানস কৰিছোঁ। মিছেছ বসাকেও এবাৰ মাতৃভূমি দৰ্শন কৰিবৰ অনুমতি পত্ৰ খন স্বামীৰ পৰা আদায় কৰি মোৰ লগ ললে। মই যদিও তেওঁৰ কাৰণেই ডিব্ৰুগড় পৰ্য্যন্ত আগবাঢ়িব লাগিল, তথাপি সম্মত হৈ পৰিলোঁ।

ট্ৰেইনত :—

"মিঃ দত্ত, আপুনি বৰ আচৰিত মানুহ। পোন প্ৰথমে আপোনাক দেখি মোৰ ভাব হৈছিল যেন আপুনিও খ্ৰীষ্টিয়ান হৈছে। গতিকে পহিলতে মোৰ মনত অলপ ভাল লাগিছিল।"

"মিছেছ্ বসাক, আপুনি আৰু বেছি আচৰিত। মই নিজে ধৰ্মভ্ৰষ্ট হৈ মোৰ সহানুভূতিৰ পাত্ৰ আন এজনক ধৰ্মভ্ৰষ্ট হোৱা দেখিলে মোৰ মনত ভাল নালাগি দুখহে লাগিল হেঁতেন।"

কথাষাৰ কৈহে মনত ভাব হ'ল যেন অলপ বেছি কঢ় হৈ পৰিলোঁ। এগৰাকী ভদ্ৰ মহিলাৰ ধৰ্ম পৰিবৰ্ত্তনৰ নিচিনা এটা সুক্ষ্ম বিষয়ত মোৰ এই কঢ়তাই মোক নিজকেই দংশন কৰা যেন পালোঁ।

তেওঁ হলে অতি সাধাৰণ ভাবেই কথাটো গ্ৰহণ কৰি কলে "এইটো আপোনাৰ অনভিজ্ঞতাৰ কথা মিঃ দত্ত। এবাৰ খ্ৰীষ্টিয়ান হলে খ্ৰীষ্ট ধৰ্মটি আপোনাৰ ইমান আপোন হৈ পৰিব যে এই আপোনৰ সীমাবুদ্ধিয়ে আপোনাক আনন্দৰ বাহিৰে অৱসাদ দিব নোৱাৰে। বিশেষকৈ যদি অতীতত এৰি থৈ অহা আপোন জনক বৰ্ত্তমানে গঢ়ি তুলা আপোনৰ চাৰিসীমাৰ ভিতৰত পুনঃ আপোন

হিচাপে পোৱা যায়,—তেতিয়া যি আনন্দ হব সি আপোনাক অভিভূত কৰি পেলাব। সেই কাৰণে মই ভাবোঁ যে এই আপোন বুলি ভবা কথাটি এটি স্থিতিশীল অস্তিত্ব নহয়; ই অতি গতিময়। অৱস্থাৰ পৰিবৰ্ত্তনৰ লগে লগে সেই অস্তিত্বৰ অভিব্যক্তি জল জল পট পট কৰি ধৰা পৰে।"

"বাৰু মিছেছ্ বসাক,—আপোনাৰ যদি বিশেষ আপত্তি নাই, তেন্তে মোৰ এটি অনুৰোধ ৰক্ষা কৰিবনে? আপোনাক মিছেছ্ বসাক বুলিবলৈ কিমান টান পাইছোঁ। সেইটো আপুনি কিজানি বুজিব নোৱাৰিব। আপোনাৰ বিষয়ে জানিবৰ মোৰ এটি বৰ ঔৎসুক্য হৈছে। —অৱশ্যে এই ঔৎসুক্য নীতিবিৰুদ্ধ হব পাৰে। আপোনাৰ বিষয়ে বৰ্ত্তমানতকৈ অলপ বেছি জানিব নোৱাৰিলে আমাৰ বন্ধুত্বৰ ভিতৰত এখনি কলা পৰ্দ্দা থাকি যাব।"

মোৰ প্ৰশ্নৰ লগে লগে মিছেছ্ বসাকৰ চকু চলচলীয়া হৈ পৰিল, যেন অন্তৰৰ স্তুপীকৃত বেদনাৰাশি স্মৃতিৰ তীব্ৰ উত্তাপত গলি এতিয়াই অশ্ৰুৰ নদী হৈ বৈ পৰিব। কান্দোন লুকাবৰ কাৰণেই হবলা অকস্মাৎ মুখ খনি খিড়িকিৰ ফালে ঘূৰাই ললে। নিজক সংযত কৰিবলৈ কিন্তু, তেওঁক বেছি সময় নালাগিল। অলপ বেলিৰ মূৰত আগতকৈ বহু বেছি গহীন হৈ কলে,—"মিঃ দত্ত, আপুনি মোক বৰ গুৰুতৰ প্ৰশ্ন এটি কৰিলে। আজি বহুদিনৰ পৰা জোৰ কৰি স্তব্ধ কৰি ৰখা শোকৰ অগ্নি আপুনি জলাই দিলে। ই প্ৰায় স্তিমিত হৈ আহিছিল; কিন্তু আপুনি যি দৰে আজি ইয়াক জগাই তুলিলে, সম্পূৰ্ণৰূপে পুৰি ছাই নোহোৱা পৰ্য্যন্ত দেইপুৰি মৰিব লাগিব। গতিকে তাপ যিমানেই নিদাৰুণ নহওক, আপোনাক কৈ শেষ নকৰিলে আপুনিও শান্ত নহব, আৰু মোৰো একো লাভ নহব।—"

বাধা দিবৰ ইচ্ছা থকা স্বত্বেও নিষ্প্রয়োজন দেখি মই আৰু নামাতিলোঁ। মিছেছ্ বসাকে কৈ যাবলৈ ধৰিলে।

“মোৰ যৌবন এতিয়াও অটুট আছে, তাক আপুনি দেখিয়েই জানিব পাৰিছে। বয়সৰ লগত মনৰ সম্বন্ধৰ এটি বৈজ্ঞানিক ধৰাবন্ধা নিয়ম নাই। মোৰ বয়সলৈ অনুমান কৰি মোৰ জীৱনৰ চমু ইতিহাসৰ পৰা আপুনি নিশ্চয় মোৰ মনৰ এটি অসামাজিক উচ্ছৃঙ্খলতা সম্বন্ধে প্ৰায় নিশ্চিত সিদ্ধান্ত এটা গ্ৰহণ নকৰাকৈ হয়তো নাথাকিব। কিন্তু যদি আপুনি মোক এতিলা মানো বিশ্বাস কৰে, তেন্তে মোৰ এটি কথা আপুনি মনত ৰাখে যেন। উচ্ছৃঙ্খলতাৰ দুৰ্দ্দমনীয় গতিক বাধা দিব পৰা শক্তি- মোৰ শিক্ষাৰ গুণতে হওক বা বাহ্যিক সাহায্যৰ কাৰণেই হওক, মোৰ যথেষ্ট আছিল আৰু এতিয়াও আছে। তথাপি মই সাধাৰণৰ চকুত চমক লগাই, আৰু হয়তো বহুতৰ অভিসম্পাত মূৰত তুলি যি দুঃসাহসিক কৰ্ম কৰিলোঁ—সি অতি ভাব-প্ৰবণতাৰ ফল, আৰু ততোধিক,—পুৰুষৰ বিৰুদ্ধে এটি ভীষণ অভিযোগ। বয়সতকৈ মোৰ মনটো অধিক আগবঢ়া। তাৰ বাবে শিক্ষা পাইছিলোঁ মোৰ পূজনীয় পিতাৰ পৰা। তেওঁ যেন চিৰদিন সুখেৰে স্বৰ্গবাস কৰিব পাৰে। গতিকে মোক আপুনি ভুল নুবুজিব। কথা কেইষাৰ মোৰ মূল কথাৰ পৰা বহুতো আঁতৰি গ'ল।

মোৰ প্ৰাচীন নাম নাই। কাৰণ মোৰ সকলো প্ৰাচীনতাৰ লগত মোৰ নাম পৰ্য্যন্ত বিসৰ্জ্জন দিছোঁ। মোৰ বৰ্ত্তমান নাম ৰেৱতী বসাক, এই নামেৰে মোক জানিব—মাতিব। এই নামতে মোৰ শান্তি আৰু সান্ত্বনা। তদুপৰি এই নামৰ লগতে মোৰ নাৰীত্বৰ সন্মান জড়িত।

মই আছিলোঁ—বামুনৰ ছোৱালী। এঘাৰ বছৰ বয়সৰ দুবাৰু

ৰূপি পাৰ হওঁ নৌহওঁতেই মোৰ বিয়াৰ ফুল ফুটাই তুলিব লগীয়া হ'ল। পিতাৰ অনিচ্ছাস্বত্বেও সমাজৰ তাড়ণাত এজন ল'ৰাৰ লগত মোৰ শুভবিবাহ সম্পন্ন হৈ গ'ল। কেনেকৈ বিয়া হয়, বিয়াত কোনে কি কৰে, দৰা কন্যাৰ সম্বন্ধৰ সূত্ৰপাত কেনেকৈ হয়, এই বোৰ মই একো নাজানোঁ। মাত্ৰ জানোঁ যে মোৰ বিয়া হৈ গ'ল। মোৰ স্বামীৰ নাম কোনোবাই কলে মোৰ খং আৰু লাজ দুয়োটাই উপস্থিত হয়। মই তেতিয়া পঞ্চম মানত আৰু শুনিছিলোঁ যে মোৰ স্বামীয়ে কোনোবা কলেজত পঢ়ে।

দিন বিলাক গৈ থাকে। আমাবো যে মনবোৰ আগবাঢ়ি গৈ থাকে—ইও এটি সত্য। মই লাহে লাহে বিবাহিত জীবন কি, স্বামী কি,—স্বামী-স্ত্ৰীৰ সম্বন্ধ কি—এইবোৰ কথা উপলব্ধি কৰিব ধৰিলোঁ। এতিয়া স্বামীৰ কথা কলে,—মোৰ খঙো নুঠে, লাজো নালাগে। বৰং স্ত্ৰীৰ গৰ্ব্ব এটি অন্তৰে অন্তৰে অনুভব কৰোঁ, স্বামীৰ কল্পনাত পুলকিত হৈ পৰোঁ। অনুমান হয় যেন মই আন আন ছোৱালীতকৈ অলপ বিশেষ ধৰণৰ, আৰু এই বিশেষত্বই যেন মোৰ অলঙ্কাৰ।

প্ৰেম কি বস্তু তাক কোনেও শিকাই দিব নালাগে। ই মানুহৰ মনৰ এটি স্বাভাবিক সম্পদ। বয়সৰ লগে লগে মোৰ মনতো এটি প্ৰেমৰ পুলক উপলব্ধি কৰিলোঁ। কিন্তু মোৰ মনৰ এই বস্তুটি সদায় একেটি কেন্দ্ৰক মাজত ৰাখি ঘূৰিব ধৰিলে। ধ্যানে প্ৰাণে মই সদায় সেই কেন্দ্ৰটিলৈ এটি আকৰ্ষণ অনুভৱ কৰিবলৈ ধৰিলোঁ। তেতিয়াও মই ভাবিছিলোঁ যে আন আন ছোৱালীৰ বোধকৰোঁ এই বস্তুটি নাই আৰু এই আকৰ্ষণো নাই। গতিকে মই সিহঁতলৈ এটি অনুকম্পাৰ ভাব পোষণ কৰিছিলোঁ।

ক্ৰমে ক্ৰমে মোৰ স্বামীক মোৰ ওচৰত পাবৰ প্ৰবল আকাঙ্খা

এটি মনলৈ আহিল। কল্পনাতে মই তেওঁলৈ উন্মুখ হৈ অপেক্ষা কৰি থাকোঁ,—কল্পনাতে একোবাৰ তেওঁক মোৰ একেবাৰে ওচৰত পাওঁ। তেতিয়া যেন মোৰ সৰ্ব্বশৰীৰ ব্যাপি পুলকৰ সঞ্চাৰ এটি প্ৰবাহিত হৈ যায়। সম্বৰ্দ্ধনাৰ কিমান কল্পিত সামগ্ৰী আনি তেওঁৰ সেই কল্পিত চৰণত অৰ্পন কৰোঁ তাৰ পৰিমান নাই। মনে প্ৰাণে সপোনে সচিতে তেওঁকেই মোৰ দেৱতা, ইহকাল পৰকালৰ ভৰষা আৰু মোৰ সৰ্ব্বস্ব বুলি ভাবিছিলোঁ। কিয় এনেকুৱা হয় মই কব নোৱাৰোঁ। মনৰ ওপৰত অতীন্দ্ৰিয়—অশৰীৰী শক্তিৰ কিবা প্ৰভাৱ আছে নে নাই মই বাস্তবিকতে নাজানোঁ—; কিন্তু মাজে মাজে অনুমান হয় যেন কিবা এটি এনেকুৱা শক্তিয়ে মোৰ মনত এটি ঐকান্তিক সাধনাৰ প্ৰেৰণা যোগাইছিল।

অশেষ সাধনাৰ বলত মোৰ মনৰ এই স্থিৰতাই যে মোক কি গৰ্ব্বিনী কৰি ৰাখিছিল, তাৰ কি বিৱৰণ দিম? পাচ বছৰ মই অপেক্ষা কৰিলোঁ। ইতিমধ্যে কিমান উৰ্ম্মি, কিমান ধুমুহা আহিছে, গৈছে তাৰ লেখ নাই। স্বামীৰ পঢ়া যেনেকৈ শেষ নহয়, মোৰ জীৱন যৌবনো তেনেকৈ ক্ষয় হৈ আছে যেন লাগে। এই পাচ বছৰে মোৰ স্বামী দেৱতাই মোক এদিনৰ বাবেও দেখা নিদিলে। দুবছৰৰ মূৰত যেতিয়া মোৰ তেৰ বছৰ বয়সত শান্তি হ'ল, তেতিয়া পিতাই তেওঁলৈ খবৰ পঠালে। স্বামীৰ পৰা উত্তৰ আহিল যে তেওঁ হেনো এই বয়সতে গৃহী হব নোৱাৰে। তেওঁৰ পঢ়া শেষ হোৱা নাই আৰু কন্যাৰো উপযুক্ত শিক্ষা শেষ হোৱা নাই। গতিকে কেশাৰ্চ্চন অনিশ্চিত কাললৈ স্থগিত থাকিব লাগে।

পিতাই এই উত্তৰ পাই বৰ বং পালে। আগেয়ে কৈছোঁ যে বাল্যবিবাহত পিতাৰ মুঠেই মত নাই। সমাজৰ বান্ধোন এৰাব নোৱাৰি হে তেওঁ স্বামীলৈ সেই খবৰ দিছিল।

এই সময়ত স্বামীৰ দূৰত্বই মোৰ মনৃত একোবাৰ অশান্তিৰ সৃষ্টি কৰিছিল। কিন্তু পিতাৰ উপদেশ আৰু সান্ত্বনাত মোৰ সকলো অশান্তি দূৰ হৈছিল। আপুনি শুনি আচৰিত হব যে এই পাচ বছৰে মই স্বামীৰ পৰা কোনো চিঠি পত্ৰ পোৱা নাছিলোঁ। কিমান দিন মই তেওঁৰ চিঠি একোখনৰ নিমিত্তে অপেক্ষা কৰিছিলোঁ, তাক কৈ হেপাহ পলুৱাব নোৱাৰিম। কিন্তু মনটোৱেই আছিল মোৰ শ্ৰেষ্ঠ সম্বল। নিশ্চিত অনিবাৰ্য্য ভৱিষ্যতৰ ভৰসা এটিয়ে মোৰ মনলৈ নিৰাশাৰ ছাঁ পৰ্য্যন্ত আহিব দিয়া নাছিল। এই ভৰসাতে মোৰ সুখ, শান্তি, পুলক-আনন্দ।

মেট্ৰিক পাচ কৰিলোঁ। মোৰ স্বামীৰ নিষ্ঠুৰ মৌনতা সম্বন্ধে মানুহে কোৱামিলা কাৰবলৈ ধৰিলে। পিতাৰ মনৃতো আগৰ সেই শান্ত স্থিৰতাৰ ঠাইত কিবা এটা উদ্বেগৰ ভাব আহি পৰা যেন পালোঁ।

কল্পনাই মানুহক সদায় আনন্দ দিব নোৱাৰে। বাস্তৱৰ কাৰণে মানুহ যেতিয়া উন্মুখ হৈ পৰে তেতিয়া অলীক কল্পনাই শান্তিৰ পৰিপোষক নহৈ অস্থিৰতাহে বেছি কৰি দিয়ে। মানুহৰ সকলো অৱস্থাতে একোবাৰ শ্ৰান্তি আহে। শৰতৰ স্থিৰশুভ্ৰ চন্দ্ৰমাৰ ওপৰেদি বৰ্ষাৰ কলা ডাৱৰ এডুখৰি বাগৰি গৈ তাক অস্থিৰ আৰু ম্লান কৰা তোলাৰ দৰে, পিতাৰ উদ্বেগ, মানুহৰ নানা ৰকমৰ আলোচনা, আৰু মোৰ বয়সজনিত মানসিক পৰিবৰ্ত্তন এই সকলো বিলাকে লগ লাগি মোৰ নিশ্চল স্থিৰ কল্পনা ৰাজ্যত ধুমুহাৰ সৃষ্টি কৰিলে। প্ৰথমতে স্বামীৰ প্ৰতি মোৰ অভিমান হ'ল, তাৰ পিছত বিৰক্তি আৰু ব্যৰ্থতাৰ জ্বালাত মই জীৱনৰ চুৰ্যোৰ অসাৰ্থকতা উপলব্ধি কৰিবলৈ ধৰিলোঁ। নিজকে নিতান্ত নিঃসহায় যেন লাগিল। ভাবি চাওকচোন,—তেতিয়া মোৰ জীৱনৰ প্ৰথম যৌৱন।

যৌৱনৰ গোন্ধ পোৱা সময়ত স্বপ্নাবিষ্টৰ দৰে কৰা ৰহস্যময় কল্পনাই মোক যি সুখ দিছিল, এতিয়া তাৰ প্ৰকৃত আবেষ্টনৰ মাজত, মোৰ কল্পনাৰ বস্তুক নিজৰ ভিতৰত বাস্তৱ ৰকমে পাবৰ প্ৰবল আকাঙ্খাই সেই সুখ নিৰৰ্থক কৰি তুলিলে। মই বৰ যন্ত্ৰণা ভুগিবলৈ ধৰিলোঁ।

স্বামীৰ বিষয়ে মই আপোনাক এষাৰো কথা কোৱা নাই। তেওঁৰ সম্বন্ধে মোৰ মনৰ ক্ৰমবিকাশৰ কথাহে এই পৰ্য্যন্ত কৈ আহিছোঁ। মই মোৰ ৰক্ষণশীলতাৰ বাবে পহিলতে তেওঁৰ সম্বন্ধে জানিবলৈ ব্যগ্ৰতা প্ৰকাশ কৰাটোক নিৰ্লজ্জ আগ্ৰহ বুলি ভাবিছিলোঁ। কিন্তু এতিয়া মোৰ সেই ভ্ৰম ভাঙ্গিল আৰু তেওঁৰ সম্বন্ধে সকলো খবৰ সংগ্ৰহ কৰিবৰ বাবে পিতাক জোৰকৈ ধৰিলোঁ।

স্বামীৰ অনুসন্ধান কৰিবলৈ বুলি পিতা কলিকতালৈ গ'ল। অনিশ্চয়তাৰ মাজত যিমান দিন আছিলোঁ সিমান দিনে আশাৰ ক্ষীণ পোহৰ এটিয়ে মনক সতেজ কৰি ৰাখিছিল। কিন্তু পিতা কলিকতাৰ পৰা অহাৰ লগে লগে যি এটি নিশ্চিত খবৰ আহি পাব তাৰ লগত কি সনা আছে তাকে ভাবি ভাবি মই প্ৰায় পাগলী জনী হৈ পৰিলোঁ। পিতা কলিকতালৈ যোৱাৰ পৰা অহাৰ দিনলৈকে মোৰ এটি অসহ্য যন্ত্ৰণাৰ যুগ।

কলিকতাৰ পৰা আহি পোৱাত পিতাৰ মূৰ্ত্তি দেখি মোৰ অন্তৰ একেবাৰে হিম যেন হৈ গ'ল। প্ৰত্যেক শিৰা উপশিৰা যেন এটি দুৰ্দ্দান্ত আঘাতত ছিগিভাগি ছিন্নবিচ্ছিন্ন হৈ গ'ল। দুয়োৰো ভিতৰত কোনো কথাৰ আৱশ্যক নহ'ল। পিতা ৰাতি আহি পাইছিল। তেওঁৰ বুকুত মুখ লুকাই কান্দি কান্দি গোটেইটো ৰাতি কটাই দিলোঁ। পিতাৰ তপত চকুলোৰ টোপাবোৰ মোৰ হিয়াত একোটি মুক্তাৰ দৰে এতিয়াও জলি আছে।

শেষ ৰাতি,—যেতিয়া সমস্ত জগৎ এটি প্ৰবল যন্ত্ৰণাৰ অৱসানত মৃতপ্ৰায় হৈ নিতাল মাৰিছিল, তেতিয়া পিতাই মোৰ কক্ষ চুলিৰ মাজত আঙুলি বুলাই দি শ্ৰান্ত সান্ত্বনাৰ সুৰত ক'লে,—

"মা, জীৱনত মই এটি বৰ ডাঙৰ ভুল কৰিলোঁ। এই ভুলৰ শাস্তি যে মোৰ মৃত্যু ই ঠিক। তোক যে মই সুখী কৰিব নোৱাৰিলোঁ এয়ে মোৰ আটাইতকৈ ডাঙৰ পাপ। সমাজ মানুহৰ হাতে গঢ়া অনুষ্ঠান। দেৱী প্ৰতিমা যেনেকৈ দেৱীতকৈ শ্ৰেষ্ঠ হব নোৱাৰে, সমাজো তেনেকৈ মানুহতকৈ শ্ৰেষ্ঠ হব নোৱাৰে। মই সেই সমাজৰ ভ্ৰান্ত শাসনৰ কবলত পৰি তোৰ বাল্য বিবাহত সম্মতি দিছিলোঁ। তোৰ বয়সৰ উপযুক্ত দৰাৰ অন্তৰ্নিহিত প্ৰবৃত্তি বিলাক যে অতি অপৰিপক্ক আৰু অবিকশিত, তাক ভাবিব নোৱাৰাই আমাৰ ডাঙৰ দুৰ্ব্বলতা। অথচ যি পুৰুষৰ দায়িত্ববোধ জন্মিছে তাৰ হাতত যাকে সমৰ্পন কৰা যায় তাৰ প্ৰতি কেতিয়াও অবিচাৰ কৰা নহয়। সেই বাবেই মোৰ মত আছিল বাল্যবিবাহৰ বিৰুদ্ধে।

"সি অমানুষ। যৌৱনৰ উদ্দাম প্ৰবৃত্তি হাতে হাতে চৰিতাৰ্থ কৰিবৰ কাৰণে সি তোৰ কথা পাহৰি পেলালে। এটি মুহূৰ্ত্তলৈ সেই পশুৰ মনত নহ'ল যে সি ইতিপূৰ্ব্বে এজনৰ ভাৰ হাতত লৈছে। এটি মুহূৰ্ত্তৰ বাবে সি ভাবিব নোৱাৰিলে যে এজনে তাৰ নিমিত্তে উন্মুখ হৈ অপেক্ষা কৰি আছে। মা,—কথাটি তই বুজি পাইছনে নাই নাজানোঁ; কিন্তু কবলৈ মোৰ হিয়া ফাটি যায়। সি বিদেশতে অন্য এজনীক ভাল পাই বিধিমতে বিয়া কৰাইছে।"

বজ্ৰাঘাততকৈয়ো দাৰুণ যন্ত্ৰণাত মোৰ শৰীৰৰ গ্ৰন্থী পৰ্য্যন্ত চুৰমাৰ হৈ গ'ল। ভৰিৰ তলৰ পৰা পৃথিবী খন লাহে লাহে নাইকীয়া হৈ যোৱা যেন লাগিল। অচেতন হৈ কিমান সময় আছিলোঁ— কব নোৱাৰোঁ।

বাতি পুৱাল। তেতিয়াও মই পিতাৰ কোলাতে শুই আছিলোঁ। সাৰ পাই পিতাৰ ফালে চাই দেখোঁ যে তেওঁৰ সেই পূৰ্ব্বৰ চেহেৰা নাই। এটা বাতিৰ ভিতৰতে তেওঁৰ ভীষণ পৰিবৰ্ত্তন দেখি ভয়ত মই আৰ্ত্তনাদ কৰি উঠিলোঁ। মোৰ যন্ত্ৰণাতকৈ পিতাৰ যন্ত্ৰণাই মোক বেছি বিহ্বল কৰি তুলিলে। মই বৰ আকুল ভাবে তেওঁৰ ফালে চাওঁতে, তেওঁ ক'লে—

"মা মোক তোৰ পিতাৰ বুলি যদি এবাবো সম্মান কৰ, তেন্তে মোৰ এটি অনুৰোধ শুনিবি নে? ই বৰ কঠোৰ,—বৰ নিদাৰুণ; কিন্তু ভৱিষ্যতে তয়ো সুখ পাবি,—ময়ো সুখ পাম।"

পিতাৰ মুখত এটি তীব্ৰ প্ৰতিজ্ঞাৰ ভঙ্গিমা। মোৰ মনতো এটি আশাৰ সঞ্চাৰ হ'ল। মোৰ সম্মতি পাই, তেওঁ ক'লে,—

"মা তোৰ এই অতীতৰ ক্ষুদ্ৰ জীৱ-টি এটি দুঃস্বপ্ন বুলি ভাবিবি। ইয়াক তই পাহৰি পেলা। জীৱনক উপযুক্ত আৰু মধুৰ কৰি তুলিবৰ চেষ্টা কৰ। পহিলতে অক্ষমতাই দেখা দিব। কিন্তু মা চেষ্টাৰ অসাধ্য নাই। মই আশীৰ্ব্বাদ দিছোঁ—তই সুখী হব পাৰিবি।"

* * * *

পিতাৰ আশীৰ্ব্বাদ মূৰত লৈ মই এটি নতুন জীৱন আৰম্ভ কৰিবৰ চেষ্টা কৰিলোঁ। দিনে দিনে মই মোৰ পূৰ্ব্বৰ স্মৃতিবিলাক মচি ধুই পেলাবৰ চেষ্টা কৰিবলৈ ধৰিলোঁ। কেই বছৰ মানৰ মূৰত মোৰ চেষ্টা সফল হ'ল। অতীতৰ স্মৃতি একোবাৰ মনলৈ আহিলেও মন মোৰ বাউলী হৈ নুঠে।

লাহে লাহে মোৰ মনত এটি নতুন ভাব খেলালে। সমাজ ৰক্ষাৰ সকলো নীতি মাত্ৰ নাৰী জাতিৰ কাৰণেহে নেকি? পুৰুষ

জাতিয়ে এই নীতিৰ সীমাৰেখাৰ বাহিৰত অতি সহজে বিচৰণ কৰি ফুৰিব পাৰে, কিন্তু নাৰীয়ে এখোজো ইফাল সিফাল হব নোৱাৰে। এই ভ্ৰান্ত আৰু পক্ষপাত নীতিৰ ওপৰত মোৰ একেবাৰেই অশ্ৰদ্ধা জন্মিল। এজন পুৰুষে নিজৰ এগৰাকী বিবাহিতা স্ত্ৰীক সম্পূৰ্ণ ৰকমে বিস্মৃতিৰ বুকুত ঠেলি দি স্বচ্ছন্দে আন এগৰাকীক ভাল পাই বিয়া কৰাব পাৰে, কিন্তু সমাজৰ বান্ধোনত সেই দুৰ্ভগা নাৰীয়ে জীৱনৰ প্ৰবল বাসনা জোৰ কৰি জলাঞ্জলি দি নিষ্ঠুৰভাবে আত্ম-প্ৰবঞ্চনা কৰিব লগীয়া হয়; অথবা বিশ্বাসহন্তা পুৰুষৰ কৃত্ৰিম প্ৰেমৰ অভিনয়ত ক্ৰীড়নক হিচাপে আত্মবিসৰ্জ্জন দিব লগীয়াত পৰে। এই খিনি কৰোঁতেই সমাজৰ শৃঙ্খলা ঘোল অনাই বজাই থাকে, কিন্তু পুৰুষৰ সেই প্ৰকৃত নীতিহীনতাই তাৰ অকনো ব্যতিক্ৰম নকৰে। এই সমাজৰ বিৰুদ্ধে অভিযোগ নকৰাকৈ থকাটো এটি ঘৃণনীয় ক্লীবতা বুলি মোৰ দৃঢ় প্ৰতীতি জন্মিল।

মই মোৰ আগৰ স্থিৰতা, আৰু বিশ্বাসৰ ঐকান্তিকতাক কিবা এটি অভিশাপৰ ফল বুলি ভাবিবলৈ ধৰিলোঁ। তেতিয়া যিবিলাক ছোৱালীক মোতকৈ হেয় বুলি এটা অৱহেলাৰ দৃষ্টিৰে চাইছিলোঁ। সিহঁতক মোতকৈ শ্ৰেষ্ঠ বুলি ধাৰণা হ'ল।

ইয়াৰ পিচৰ কথা নিচেই কম। পুৰুষৰ বিৰুদ্ধে, বিশেষতঃ মোৰ তাহানিথনৰ স্বামীৰ বিৰুদ্ধে, মোৰ অভিযোগৰ ফল হ'ল, মিঃ বসাকৰ লগত মোৰ বিবাহ। কলেজতে বসাকৰ লগত মোৰ বন্ধুত্ব হয়। সেই বন্ধুত্বই লাহে লাহে ফলে ফুলে জাতিস্কাৰ হৈ পবিত্ৰ প্ৰেমৰ সৌৰভেৰে আমাৰ দুইৰো চিত্ত আপ্লুত কৰি পেলালে। বসাকৰ পৰা মই প্ৰকৃত স্নেহ আৰু সত্যতা পাইছোঁ। পিতাই মোৰ বিবাহত মাত্ৰ কৈছিল, যে যদি মই এই বিবাহৰ পৰা সুখ পাবৰ আশা ৰাখোঁ, তেন্তে তেওঁৰ একো আপত্তি নাই।

কিন্তু মোৰ এই বিবাহৰ ফলস্বৰূপে দুয়ো সমাজৰ চক্ষুশূল হৈ পৰিলোঁ। সমাজপতি সকলে দুয়োকো সমাজৰ দুষ্টব্ৰণ হিচাবে সমূলঞ্চে নিৰ্ম্মূল কৰিবলৈ উঠি পৰি লাগিল। কাগজে পত্ৰই নানা সুৰ, নানা ছন্দেৰে আমাৰ নৈতিক অধঃপতনৰ সমালোচনা চলিল। এই তাড়ণা অসহ্য হোৱাত মিঃ বসাকে এদিন মোক ক'লে যে,—যি সমাজ ব্যৱস্থাই অপৰাধীক শাস্তি নিদি, নিৰ্দোষীৰ ওপৰত অত্যাচাৰ কৰে, য'ত দোষ থাকি যায় অন্ধ উদাসীনতাৰ আৰালত, কিন্তু দোষীৰ ব্যক্তিত্বৰ ওপৰত হয় অবিচাৰ আৰু অত্যাচাৰ, যেই সমাজৰ পৰা আঁতৰিবলৈ যদি ধৰ্মান্তৰ গ্ৰহণৰো প্ৰয়োজন হয়, সিও বৰং কাম্য। গতিকে দুয়ো স্থিৰ কৰিলোঁ খ্ৰীষ্টিয়ান হবলৈ। মোৰ দ্বিতীয়বাৰ কৰা বিবাহ পুৰুষৰ প্ৰতি অভিযোগ আৰু দ্বিতীয় ধৰ্মগ্ৰহণ—সমাজৰ প্ৰতি অভিযোগ।

মোৰ ধৰ্মান্তৰ গ্ৰহণৰ বাতৰি পিতাক দিয়াৰ পিচত খবৰ পালোঁ যে তেওঁৰ বৰ শকত নৰিয়া। দুয়ো শেষ আশীৰ্ব্বাদ লবলৈ বুলি ডিব্ৰুগড় পোৱাৰ আগতে পিতাই ইহলীলা সম্বৰণ কৰিলে। তেওঁৰ মৃত্যুৰ পূৰ্ব্বতে মোলৈ লিখা এখন চিঠি মোৰ হাতত পৰিল।

"মা—তোৰ চিঠি পোৱা সময়ত মোৰ প্ৰাণ জাগতিক সকলো ধৰ্মৰ পৰা আঁতৰি এটি সাৰ্ব্বজনীন মুক্ত ধৰ্মৰ ভিতৰুৱা হৈ পৰিছে। তোক মই মুখেৰে আশীৰ্ব্বাদ দিব নোৱাৰিলোঁ, আৰু বাচি থকা হেঁতেন কিজানি তইঁতক আশীৰ্ব্বাদ দিবয়ে নোৱাৰিলোঁ হেঁতেন। কিন্তু মৃত্যুৰ পিচত হিন্দু বা খ্ৰীষ্টিয়ান ধৰ্মৰ আচাৰ-সাপেক্ষ ভিন্নতাই মোক স্পৰ্শ কৰিব নোৱাৰিব, গতিকে কিজানি তইঁতক আশীৰ্ব্বাদো দিব পাৰিম।"

মিছেছ বসাকৰ বিদ্ৰোহৰ কৰুণ কাহিনীৰ অন্ত পৰিল। তাৰ প্ৰতিক্ৰিয়াত ক্ষুব্ধ হৈ উঠা ক্ষুদ্ৰ ক্ষুদ্ৰ ভাবৰ ঢৌ বিলাক মোৰ মনত যেন মুহূৰ্ত্তৰ কাৰণে স্তব্ধ হৈ নিতাল মাৰিলে। সকলো

কালে এটা গহীন আৰু শান্ত বাতাবৰণৰ মাজত কেতিয়া ডিব্ৰুগৰ ষ্টেচন পালোঁহি কবই নোৱাৰোঁ। কুলিৰ মাতত সাৰ পাই গাৰীৰ পৰা দুয়ো নামি গলোঁ।

কলিকতা—১৯৩৮ চন।

—::•::—

# সাৰ্থক

পিতাকৰ কথাত ব্যথা পাই সি ক'লে,—

"মই বিয়া নকৰাওঁ পিতা, মোৰ যে বিয়া হব নোৱাৰে, এই কথা বহুদিন আগতে এবাৰ আপোনাক কৈছোঁ। মোৰ নিজৰে জীৱন যাত্ৰা আমাৰ এই নিৰ্ম্মম দুখদুৰ্দ্দশাৰ মাজত দুৰ্ব্বহ হৈ পৰিছে; তাৰ উপৰি, মোৰ ইচ্ছাৰ বিৰুদ্ধে এজনা অপৰিচিতাক মোৰ ওপৰত জাপি দি মোৰ মঙ্গল কামনা আপোনালোকে কেনেকৈ কৰিব পাৰে মই নেজানোঁ।"

নিষ্ঠুৰ ভাবে পিতাকৰ অন্তৰত এটা ভয়ঙ্কৰ আঘাত দি ৰাম বলিয়াৰ নিচিনা তাৰ পৰা গুচি গ'ল।

তাৰ বিয়া হব নোৱাৰে বুলিয়ে সি ভাবি থৈছিল। কলেজত এবছৰ পঢ়াৰ পিছতে, তাৰ আশা আকাঙ্ক্ষা সকলোকে অভাৱৰ তাড়ণাত বিসৰ্জ্জন দি যেতিয়া সি ঘৰত বহি এটি হতাশাৰ হুমুনিয়া পেলাব লগীয়া হ'ল, আৰু তাৰ শৈশৱৰ লগৰী, কৈশোৰৰ বান্ধৱী, কমলাই এবছৰৰ মূৰত তাৰ ওচৰত বিদায় লৈ ডাক্তৰী পঢ়িবলৈ বুলি কলিকতা গুলাল গৈ, তেতিয়াই ৰামে তাৰ বিৱাহৰ কল্পনা পৰ্য্যন্ত বিসৰ্জ্জন দিছে।

সি ভাবে—সেই ভোগালী বিহুৰ কথা।

"ৰাম ককাই দেউ,—আমাৰ ওচৰতে তুমি এটি ধুনীয়াকৈ মেজি সাজি দিয়া। পুৱাই উঠি মই জুই লগাই দিম,—তুমি হৰিবোল দিবা। —হিলৈ যাব ধুম্, ধুম্, বেচ ফুটি হব, নহয়?" বায়ে মেজি সাজি দিয়ে। কেচা বাঁহত জুই লাগি ধুম ধুম কৈ হিলৈ

যায়। কমলাই চক খাই ৰামক সাৱটি ধৰে। আনন্দত দুয়ো মুখামুখিকৈ নাচি নাচি হাঁহিব ধৰে।

তাৰ মনত পৰে হৰি ককাইহঁতৰ পুখুৰীৰ মকুৰা ফুলৰ কথা। কমলাই মকুৰাৰ গাউৰি পাতি ৰামক ব্যতিব্যস্ত কৰে। শেষত ৰামে উপায় নাপাই পুখুৰীৰ এবুকু পানীত নামি ফুল আনিবলৈ যাওঁতে শামুকৰ খোলাই তাৰ ভৰি তলুৱাত দকৈ কাটি পেলায়। ৰামে তালৈ লক্ষ্য নকৰি ফুল আনি কমলাৰ হাতত দিয়াত আনন্দত তাইৰ মুখ খনি পৰীৰ নিচিনা হৈ পৰে। ফুলৰ ঠাৰি ডাল ভাঙ্গি ভাঙ্গি তাই সূতা নোহোৱাকৈ মালা এধাৰি গাঠি ৰামৰ গলত পেলাই দি কিৰিলি পাৰি হাঁহি উঠে। হঠাৎ তাৰ ভৰিৰ তলত তেজেৰে তিতি যোৱা মাটি খিনিলৈ তাইৰ চকু যায়। ভৰিখন হাতেৰে ডাঙ্গি ধৰি শামুকে কটা ঘা টুকুৰা দেখি তাই কান্দি উঠে। .........“আজিৰ পৰা আৰু তোমাক ফুল আনিব নিদিওঁ।” —তাৰ মনত পৰে তাইৰ সেই কান্দোনমুৱা মুখখনিৰ ঠগ।

কিমান বছৰ আগৰ কথা! আজি কেবাবছৰ আগতে কমলাই তাৰ ওচৰত বিদায় লৈ গৈছিল। কিন্তু সি ভাবে যেন যোৱা ভোগালী বিহুত সি কমলাক মেজি বান্ধি দিছিল। কমলাৰ স্মৃতিৰে তাৰ অন্তৰ পৰিপূৰ্ণ। কিন্তু তাৰে এচুকত নিৰাশাৰ ক'লা ডাৱৰ এটুকুৰা লুকাই আছে। বহল সেউজীয়া পথাৰত প্ৰকৃতিৰ নীৰৱ বুকুত অকলে ঠিয় হৈ যেতিয়া সি সৌ পশ্চিম আকাশৰ অস্তগামী সূৰুযৰ ফালে চাই থাকে তেতিয়া তাৰ উদাসীন অন্তৰত কল্পনাই জুমুৰি দি ধৰে, গভীৰ নিৰাশাত তাৰ চকু ফাটি চকুলো বৈ পৰে।

* * *

পুতেকৰ উত্তৰত বুঢ়া পিতাকৰ মন ভাঙ্গি যায়। ৰামৰ বহল

বুকু খনৰ শক্তিৰ অপচয় হব ধৰিছে। সুষ্ঠ সবল হাত দুখনৰ দৃঢ়তা ক্ৰমে শিথিল হৈ আহিছে। কিন্তু আগেয়ে তো এনেকুৱা নাছিল। ৰামৰ উৎসাহ, শক্তি আৰু নিপুনতাত সকলোৱে হাৰ মানিছিল।

পিতাকে ভাবে যে ডেকা পুতেকৰ নিমিত্তে সীতা সাবিত্ৰীৰ নিচিনা বোৱাৰী এটি আনিব পাৰিলে তাৰ সকলো উদ্যম, সকলো শক্তি পুনঃ ফিৰি আহিব।

কিন্তু ৰামে কৰিলে দৃঢ় প্ৰতিবাদ। পুতেকৰ পৰা এনে উত্তৰ পাই বুঢ়াই ঘৈনীয়েকৰ আগত গৈ সমাচাৰটি দিয়ে। মাকে পুতেকৰ মনৰ আচল তথ্যটিৰ সংবাদ ৰাখে। সহানুভূতিৰ সুৰত তেওঁ কয়,—

"আজিনো তুমি কেলেই কথাটো উলিয়ালা? কমলা আজি কলিকতাৰ পৰা আহিব বুলি ৰামলৈ চিঠি দিছে। সেই চিঠি পাই সি চাগৈ কি চিন্তাত আছে· বাপেকী হৈ সেই বিলাক ভাবিবই নোৱাৰা হবলা?"

একো বুজি নোপোৱাৰ দৰে পিতাকে মনটো গধুৰ কৰি বহি থাকে।

কমলা আজি আহিব। কলিকতাত তাই...তেওঁ ডাক্তৰী পঢ়ি বোধহয় দহজনৰ চকুত সম্মানিতা হৈ পৰিছে। কিন্তু ৰামৰ চকুত? কমলাই তো ৰামক পাহৰা নাই, পাহৰিলে চিঠি নিদিলেহেঁতেন। কিন্তু চিঠি দিয়াৰ অৰ্থই বা কি? ডাক্তৰী পঢ়া ছোৱালীক আগবঢ়াই আনিবলৈ যাব দেউতাক মৌজাদাৰ স্বয়ং, আৰু কিমান ধনীমানী মানুহ গৈ ষ্টেচন ভৰি পাৰব কমলাক সম্মান দেখুৱাবলৈ। হয়তো কিমান উচ্চ ধৰণৰ ভাবৰ আদান প্ৰদান হব! তাৰ মাজত ৰামৰ স্থান ক'ত? তেনেহলে...... ?

ৰাম ষ্টেচনলৈ যাব,—নিশ্চয় যাব। কমলাৰ লগত আটাইতকৈ

বেছি ভাল বন্ধুত্ব আৰু পৰিচয় আছে ৰামৰ,—কমলাৰ অন্তৰ আটাইতকৈ ভালদৰে বুজে ৰামে,—কমলাক সকলোতকৈ ভালদৰে চিনি পায় ৰামে। কলিকতাৰ পৰা ফিৰি অহা কমলাক ৰামতকৈ আগেয়ে কোনোবাই দেখিব এই কল্পনা সি কৰিব নোৱাৰে,—কেতিয়াও নোৱাৰে।

হুৰ হুৰকৈ সৌ কোনোবা দেশৰ পৰা কমলাৰ কোমল শৰীৰটো বৈ লৈ গাড়ী খন আহিব লাগিছে। ৰামৰ অন্তৰতো আজি বহু বছৰৰ সঞ্চিত কথাবোৰে জুম বান্ধি উখল মাখল লগাইছে—একমাত্র কমলাক কেন্দ্র কৰি! কমলা চাগৈ কেনে হৈছে? হয়তো জ্ঞানৰ গর্ব্বত ভয়ঙ্কৰ অহঙ্কাৰী হৈ পৰিছে; হয়তো বা কামৰ ভিৰত কথা কোৱা অভ্যাসটি পর্য্যন্ত হেৰাই পেলাইছে—আৰু সেই হাঁহিটি? ৰামে শুনিছিল যে ডাক্তৰী পঢ়িলে খুব খাটিব লাগে।

গাড়ীৰ পৰা নামিয়ে কমলাই চঞ্চল চকুজুৰিৰে চাৰিও ফালে চাই পঠিয়াই তৎক্ষণাৎ গহীন হৈ দেউতাকৰ ওচৰলৈ আহি সুধিলে,—

"ৰাম ককাইদেউ ক'ত দেউতা?"

"ক'তা,—কবতো নোৱাৰোঁ। তই আহিবি বুলি নেজানে হবলা।"

মুখখনি গহীন কৰি কমলা গৈ গাড়ীত উঠিল—এষাৰ কথাও নক'লে।

"দেউতা,—ৰামককাইদেউৰ বোধহয় কিবা অসুখ হৈছে; অলপ অপেক্ষা কৰক, মই খবৰ কৰি আহোঁ।"

"ডাক্তৰী পঢ়ি মানুহৰ অসুখ হোৱাহে দেখ হবলা?"

ৰামৰ মাকৰ ঘৰলৈ কমলা সোমাই গ'ল।

"আই,—ককাই দেউ ক'ত?"

"আহিছ বাছা—! মই ঘৰদুৱাৰ কৰি আছিলোঁ—এইমাত্র

ভিতৰ সোমাইছোঁ, বহু বাছা; ক'তা—ৰাম দেখোঁ তই আহিবি বুলি খবৰ পাই ষ্টেচনলৈ গ'ল।"

কমলা আৰু গহীন হৈ পৰিল। "নবহোঁ আই; দেউতাই বাহিৰত অপেক্ষা কৰিছে। অহিলোঁ,—ককাই দেউক পঠিয়াই দিব এতিয়াই।"

ৰামক আৰু কি লাগে? কমলা যে আগতকৈ শুৱণী হৈ পৰিছে, ৰামে কল্পনা চকুৰে সেইটো বহুদিন আগেয়ে দেখিবলৈ পাইছিল। আহিয়েই তেওঁ ৰামৰ বিচাৰ কৰিছে। তেতিয়াই সি চুকৰ পৰা ওলাই গৈ কমলাক অভিবাদন নজনালে কিয়? তাক কিহে বাধা দিলে?

পৰিপূৰ্ণ অন্তৰ খন মাকৰ ওচৰত উজাৰ কৰি দিব বুলি ৰাম গৈ চেনেহী মাকৰ কোঠালীত সোমাই গ'ল।

"মা—কমলা আহিছে।"

"কিন্তু তই কমলাক আগবঢ়াই আনিবলৈ গৈ ক'ত লুকাই আছিলি? ইপিনে কমলা আইটি আহিয়েই তোৰ খবৰ কৰি গ'লহি। বেচাৰীয়ে তোক তাতো নাপালে, ইয়াতো নাপালে।"

ৰামে আবেগৰ বেগ সহ্য কৰিব নোৱাৰি মাকৰ কোলাত মুখ-খন থৈ কেচুৱাৰ দৰে কান্দি পেলালে। ইযে তাৰ পৃথিবী নহয়, স্বৰ্গ—অমৰাবতী, নন্দনকানন।

আবেলি বিমলাই দূৰতে ৰামক দেখি দৌৰি গৈ কমলাক ক'লে,—"বাইদেউ, ৰামককাইদেউ আহিছে।" চোকোলেট এটা বিমলাৰ হাতত দি তাইক বিদায় কৰি কমলা ওলাই আহিল ৰামক আদৰি নিবলৈ।

"ককাইদেউ,—তুমি মোক পাহৰিছিলা, নহয় নে?" —ৰামে কি কব?

"মই যে তোমাক পাহৰিব নোৱাৰোঁ। সেই ফুল আনিবলৈ যাওঁতে তোমাৰ যে ভৰি কাটিছিল, মই যে কান্দি পেলাইছিলোঁ, মনত আছে?"

—ৰামে পাহৰিব পাৰে নে?

"তুমি ষ্টেচনত গৈ সকলোতকৈ আগেয়ে কেলেই মোক মাত নিদিলা? মইতো তাত দেউতাক বিচৰা নাছিলোঁ, —তোমাকহে চাইছিলোঁ।"

—সহস্র ভাব আহি ৰামৰ মনত জুমুৰি দি ধৰিলে। বেচাৰাৰ ভাষা নাই প্রকাশ কৰিবৰ।

"এইবাৰ ভোগালী বিহু কেতিয়া হব ককাইদেউ?"

এইবাৰ আৰু ৰাম মনে মনে থাকিব নোৱাৰে। তাৰ ভাবে প্রকাশৰ কাৰণে আৰু ভাষাৰ বাধা নামানে। জুৰিৰ প্রবাহ যেতিয়া প্রবল হৈ পৰে, শত শত বাধাকো সি অতিক্রম কৰি বৈ আহে।

"ভোগালী বিহু আহিছে কমলা। আজি ইমান বছৰে মই ভোগালী বিহুৰ কথা পাহৰিছিলোঁ। তুমি এইবাৰ আহি আকৌ মোৰ ভোগালী বিহুৰ উৎসৱৰ আৰম্ভ কৰি দিলা। মই সপোনতো ভবা নাছিলোঁ যে তুমি এতিয়াও মোক পাহৰা নাই।

"মই তোমাক পাহৰিব পাৰোঁ........"

"কমলা—কমলা—, এই পিনে আহ।"

মাকৰ আহ্বান কমলাই উপেক্ষা কৰিব নোৱাৰিলে। কমলা গুচি গ'ল। হতভগা ৰাম...?

কলিকতা, ১৯৩৮ চন।

---

# অৰ্থ

"কি হে ডাক্তৰ, এনেকৈ বহি আছা কেলেই? দেশত ৰোগী নাইকীয়া হ'ল নেকি?"

ডাক্তৰে মূৰটো ডাঙি এটি হুমুনিয়াহ কাঢ়ি ক'লে,—"আহা শৰ্মা। এটা কথা কম কম বুলি মানুহ পোৱা নাই। ঠিক মানুহেই আহি উপস্থিত হৈছা। শুনিবা জানো?"

"বাঃ, কথা নুশুনিমনো কেলেই? অফিছত দিনৰ দিনটো বহি ইয়াৰ মনি অৰ্ডাৰ, তাৰ ৰেজেষ্টাৰী, তাৰ পাৰ্চেল ইত্যাদি—ছাব অফিছৰ সকলো কাম একে হাতে কৰি কৰি আমনি লাগিছে। কেলেই নো ইমান খাটনি হেঁ? টকা পাওঁ পঁয়ত্ৰিশটা; আমাৰ জীৱন অসাৰ্থক হে।"

"তথাপি তোমালোক বহুত ভাল। আমি ডাক্তৰী পাছ কৰি লোকৰ গালি শপনি খাই মৰিব ধৰিছোঁ। ৰূপৰ চামুচ মুখত লৈ জন্মা মানুহ আমি নহওঁ। ডাক্তৰী পঢ়িলোঁ—চাৰিটা পইচা আৰ্জ্জি আই বোপাইক খুৱাম বুলি। পিছে ভাগ্যৰ ফেৰত ডাক্তৰী কৰিব লগীয়া হ'ল এই হতছিৰি যোৱা গাওঁ খনত। ক'ত ডাক্তৰী কৰি পইচা আৰ্জ্জিবা, নে ৰোগীৰ পথ্যৰ নিমিত্তে গাথিৰ পইচা দি আহিবা? যোৱা ৰাতিৰ এটা কথা কওঁ শুনা। তাকে কম বুলি বৈ আছোঁ।

"তুমি কলেক্টৰী অফিচৰ পেটিছন ৰাইটাৰ বালিৰামক চিনি পাইছিলা নে? সি সদায় মোৰ ইয়ালৈ আহি তামোলচালি খাই আড্ডা পাতিছিল; আৰু দিনটোৰ মূৰত কেতিয়াবা আঠ অনা-

কেতিয়াবা বাৰ অনা পইচা হাতত লৈ ঘৰলৈ গৈছিল। সেই ফেৰাৰ ওপৰতে তাৰ নতুনকৈ বিয়া কৰোৱা তিৰোতা, বুঢ়া মাক-বাপেক আৰু বিধবা ভনীয়েক জনীয়ে নিৰ্ভৰ কৰি চলিছিল। তাৰ চেহাৰাটো কিন্তু তোমাৰ আমাৰ চেহাৰাতকৈ বহু ভাল আছিল। তাৰ কেইটামান বিশেষ গুণৰ বাবে সি ইয়াৰ বহুতৰো বন্ধু হৈ পৰিছিল।

"বোধ কৰোঁ যোৱা সোমবাৰে তাক অফিছত দেখিবলৈ নাপালোঁ। জেঠ মহীয়া দিন,—হঠাৎ মোৰ ভাব হ'ল,—কিজানিবা তাৰ অসুখেই হ'ল। কিন্তু কি কৰিম,—উপযাচি তাৰ খবৰ লবলৈ যোৱাটো মোৰ নীতিবিৰুদ্ধ। অৰ্থ উপাৰ্জ্জনৰ কাৰণে ডাক্তৰী কৰিছোঁ যেতিয়া, অন্ততঃ এই বিষয়ত পৰোপকাৰী হলে, এই গাওঁত নেখাই শুকাই মৰিব লাগিব। তদুপৰি বালি হঁতৰ অৱস্থা এই গাওঁৰ বহুততকৈ ভাল আৰু ইয়াৰ ডাক্তৰে যদি কোনোবা শ্ৰেণীৰ মানুহৰ পৰা পইচা পাবৰ আশা কৰিব পাৰে তেন্তে বালিৰাম হঁতৰ শ্ৰেণীৰ পৰাই।

"মঙ্গল বাৰেও বালিৰাম অনুপস্থিত। মই ঠিক কৰিলোঁ যে নিশ্চয় বালিৰামৰ অসুখ হ'ল। খবৰ লবলৈ যাম বুলি ভাবিও ব্যৱসায়ৰ খাটিৰত যাব নোৱাৰি মনটো বৰ চঞ্চল হৈ পৰিল। ইয়াৰ একমাত্ৰ ডাক্তৰ ময়ে যেতিয়া, মনক সান্ত্বনা দিলোঁ এই ভাবিয়ে, যে সিহঁতেই এতিয়াই মোক খবৰ দিবহি। ব্যৱসায়ী ডাক্তৰ বিলাকে কিছুমান অদ্ভূত আচৰণ কৰিব লগীয়া হয়। সাধাৰণ মানুহে একো কৰিব নোৱাৰে বুলিয়ে হবলা, বন্ধুবান্ধবৰ অসুখ হলে দৰ্কাৰী অদৰ্কাৰী সকলো সময়তে খবৰ লবলৈ যায় আৰু অইনৰ বেমাৰত কাৰ্য্যকৰী নহলেও মৌখিক দুখ বা সহানুভূতি

প্ৰকাশ কৰে। এই বিষয়ত ডাক্তৰ মানুহৰ আচৰণ অলপ বেলেগ ধৰণৰ।

"কিন্তু দৰাচলতে মানুহৰ বেমাৰত আমাৰ আচৰণ একো অদ্ভূত নহয়। কাৰণ বেমাৰক সকলোতকৈ আমিয়ে বেছি ভয় কৰোঁ। এটা টান বেমাৰীৰ খবৰ পালে আমাৰ মনটো চিৰিং কৰি উঠে। বেমাৰীৰ পৰিচয়তকৈ বেমাৰৰ লগত থকা পৰিচয়টোহে আমাৰ নিমিত্তে এটা প্ৰয়োজনীয় কথা। সেই পৰিচয়ৰ কাৰণে আমি ভগবানক অজ্ঞাতসাৰে প্ৰাৰ্থনা জনাওঁ যেন বেমাৰীটো ভাল হয়। আমি কেতিয়াও আশা নকৰোঁ যে মানুহৰ কেৱল বেমাৰেই হৈ থাকক। বৰং আমি মনে প্ৰাণে বাঞ্ছা কৰোঁ যে যি ঠাইত আমি থাকোঁ তাত যেন বেমাৰ হৈ মানুহ নমৰে; বেমাৰ হলেও যেন আমি ৰোগীক ভাল কৰিব পাৰো।

"যি হওক, আমাৰ মনস্তত্ব সম্বন্ধে আলোচনা কৰা মোৰ উদ্দেশ্য নহয়। বালিৰাম বুধবাৰেও নাই। মোৰ মনটো কিছু বেছিকৈ চঞ্চল হৈ উঠিল। তাৰ লগত সদায় আদ্দা পাতোঁ, গতিকে সদায় তালৈ এবাৰ মনত পৰে। তাৰ বেমাৰৰ পহিল অৱস্থাতে মই খবৰ পোৱা উচিত আছিল। কিজানি অচিকিৎসা বা কুচিকিৎসাৰ বাবে বেচাৰা বিপদত পৰে!

"বৃহস্পতিবাৰে ৰাতি চাৰে ন বজাত বালিৰামৰ বাপেক হেফাই ফেপাই দৌৰি আহিছে। উঃ বাপকৰ সেই চেহাৰা মই পাহৰিব নোৱাৰোঁ। আহিয়েই সি মোৰ ভৰিত দীঘল হৈ পৰিল। হঠাৎ এটা অস্বাভাবিক জ্বালা মই অনুভব কৰিলোঁ। ডাক্তৰৰ পক্ষে চঞ্চল হোৱা নীতিবিৰুদ্ধ। সি আহি মোক একো সুধিবৰ অৱসৰ নিদিয়েই অস্বাভাবিক ৰকমে চিঞৰি কৈ উঠিল—"বোপা বালিক ৰাখক, মোৰ বাছাক এতিয়া নিয়ে..........." সি আকৌ কান্দিব

ধৰিলে। মোৰো মনত বেয়া লাগিল। মনৰ অস্বস্তিৰ ভাবটো জোৰ কৰি চেপা দি গহীনাই সুধিলোঁ যে কি হৈছে। সি একেৰকমেই কৈ গ'ল,—'কি হব বোপা,—মোৰ মূৰত বজ্রাঘাত হৈছে। বালিৰ জ্ঞান নাই, যি পাই তাকে বকিছে, গাত জুইহে যেন জ্বলিছে—বোপা। মোক প্রাণ দিয়ক—বোপা, এবাৰ বলক,—বাছাক এবাৰ চাই আহক।"

"কি কৰোঁ,—বোধহয় একেবাৰে শেষ মুহূর্ত্তত মোক মাতিবলৈ আহিছে। কিজানি তাৰ প্রাণ আশাৰ ভিতৰত নায়েই। বৰ বিমোৰত পৰিলোঁ। মই ধমক দিয়াৰ নিচিনাকৈ তাক কলোঁ,—"এতিয়া কেলেই আহিছা? আগৰ পৰা মোক খবৰ নিদিয়া। মই গৈ এতিয়া কি কৰিম?" কোৱাৰ লগে লগে যেন এটা বীভৎস কাম কৰিলোঁ এনে ভাব হ'ল। বেচাৰা সাঙ্ঘাতিক বিপদত পৰিহে উধাতু খাই মোৰ ওচৰলৈ লৰি আহিছে; এনে অবস্থাত তাক ধমক দিয়াটো মোৰ উচিত হোৱা নাই। মোৰ ধমকনিত সি হুৰাওৱাৰে কান্দিব ধৰিলে। শেষত ময়ো আৰু ৰব নোৱাৰিলোঁ। ৰোগীয়ে সাধ্যৰ অতীত পাইছে গৈ তাক জানিও ইন্‌জেক্‌চন্, কেচ্ আৰু দুটামান ঔষধ লৈ বাইচিকেল খনত উঠি লৰ দিলোঁ। বাপেকেও চাইকেলৰ লগে লগে প্রাণটাকি লৰিব ধৰিলে। বুঢ়া মানুহ সি,—তাৰ নিমিত্তে বৰ দুখ লাগিল।

"সিহঁতৰ ঘৰত গৈ যি দেখিলোঁ, তাক তোমালোকে দেখিলে কিজানি ৰব নোৱাৰিলা হেঁতেন! কিন্তু আমাৰ অভ্যাস হৈ গৈছে, কিমান দেখিছোঁ! কেতিয়াবা কেতিয়াবা দেখিছোঁ যে লৰাটিক মাকে বুকুত লৈ বহি আছে। ডাক্তৰ গৈ ল'ৰাৰ গাত হাত দিয়েই দেখিছোঁ যে ল'ৰাৰ আৰু জীৱ নাই। মৃত সন্তানৰ হিম যেন গাৰ পৰশত শোকৰ হেচাখুন্দাত গৰম হৈ থকা মাকৰ হিয়া

চেঁচা হৈ একেবাৰে নিস্পন্দ হৈ গৈছে। মাকে ভাবিছে যে কিবা এটি অভুতপূৰ্ব্ব ঘটনা ঘটিল, কিন্তু ল'ৰা যে মৰিছে তেনে কথা বিশ্বাস নকৰে। বুকুৰ পৰা ল'ৰা কাঢ়ি নিয়াৰ পিচত মাকৰ যি কান্দোন তাক দেখিলে কি জানি শিলো নগলাকৈ নাথাকিব। উঃ এনেকুৱা দৃশ্য কোন ডাক্তৰে আশা কৰিব পাৰে?

"আন্ধাৰ কোঠালীটোৰ সাধাৰণ বিচনা এখনত বালিৰাম পৰি আছে। তাৰ জ্ঞান নাই, আবোল-তাবোল যি পাই তাকে বকিছে। শিতানত মাক বহি তাৰ সেইপ্ৰলাপৰ হুকাৰ ধৰিছে আৰু কপাল মূৰ পিহি দিছে। তেওঁৰ চকুৱে যেন বালিৰ দেহাটোৰ ভিতৰত কিবা এটি বিচাৰি ফুৰিছে; কিন্তু সেই বস্তুটো ঠিক ঠাইত নাপাই অদ্ভুত ৰকমে চঞ্চল হৈ উঠিছে। সন্তানৰ কথাত মাকে হুকাৰ ধৰা এটা স্বভাৱ, সেয়ে বালিৰ প্ৰলাপত মাকে অৰ্থ বিচাৰি পাইছে। বিধৱা ভনীয়েক জনীয়ে লাহে লাহে মূৰত পানী ঢালি আছে। তাই আৰু তাইৰ শোক হিয়াত ৰাখিব নোৱাৰা হৈছে, দুচকুৰেদি অবিৰাম চকুলো ওলাব ধৰিছে, তথাপি দেখাত তাই শান্ত। তাইৰ ভায়েকটিৰ এই মুমুৰ্ষু অৱস্থা দেখি বোধহয় তাইৰ মৃত স্বামীৰ কথা মনত পৰিছে। তাইযে কি অস্বাভাৱিক ৰকমে অন্তৰৰ এটি প্ৰবল ধুমুহাৰ লগত যুজিব ধৰিছে তাক অনুমান কৰিব পাৰোঁ—মই; কাৰণ মই তেনেকুৱা দৃশ্য বহুত দেখিছোঁ। স্বামী অচেতন হোৱা দেখি ঘৈনীয়েকৰো চেতনা লোপ পাইছে। তাই কান্দি কান্দি বালিৰ ভৰি পথানত আচাৰ খাই খাই পৰে। সমস্ত ঘৰ খনতে বৰ যন্ত্ৰণাদায়ক বিষাদৰ দৃশ্য এটি দেখি মোৰ বৰ বেয়া লাগিল।

"কিন্তু মোৰ তো আৰু বেয়া লাগি থাকিলে নহব। গৈয়েই অৱস্থা আদি চাইমিলি এটি ইন্‌জেক্‌চন্ দিলোঁ। গা তেতিয়াও

জুইৰ আঙনিৰ দৰে জ্বলি আছিল। বেজিৰ ফলাফললৈ মই অপেক্ষা কৰিলোঁ। প্ৰায় পঞ্চল্লিচ্‌ মিনিট মান পিচত বালিৰামৰ জ্ঞান আহিল। জ্ঞান পায়েই সি মোৰ ফালে চাই শুকান হাঁহি এটা মাৰিবৰ চেষ্টা কৰি লাহে কৈ ক'লে,—'ডাক্তৰ বাবু,—আপুনি কেলেই আহিল। ভাল হম বুলি ময়ে আপানাক আগেয়ে আনিবলৈ বাধা দিছিলোঁ। মই—আৰু—নাবাচিম—উঃ ...........”

বালিৰ চকুত মৃত্যুৰ আগ জাননী দেখা পালোঁ। ঘৰৰ সকলোটিয়ে মোৰ ফালে ব্যগ্ৰভাবে চাই আছে। সিহঁতৰ প্ৰত্যেকটিৰ চাহনিয়ে চাৰিও ফালৰ পৰা মোক যেন একোপাত নিদাৰুণ শেলৰ নিচিনাকৈ বিদ্ধ কৰিবলৈ ধৰিলে। বালিৰ মৃত্যুৰ কাৰণে যেন ময়ে দায়ী এনে ভাব এটা মোৰ মনলৈ আহিল। মই সিহঁতৰ কাৰো ফালে চাব নোৱাৰোঁ; মোৰ হাতত আৰু একো উপায় নাই। এটা মাত্ৰ দামী বেজি হাতত আছিল; তাকেই খৰছ কৰি পেলালোঁ। একো উপায় নাপাই মই কেনেকৈ পলাওঁ তাৰে চিন্তা কৰিবলৈ ধৰিলোঁ। ইতিমধ্যে বালিৰ প্ৰাণবায়ুই তাৰ জৰাক্ৰান্ত শৰীৰত তুমুল ধুমুহাৰ সৃষ্টি কৰিছে, যেন কিবা এটি ক্ষুদ্ৰ বাধাৰ কাৰণে বাহিৰ ওলাই মহাবায়ুৰ লগত মিহলি হব পৰা নাইগৈ। এই দৰে আৰু কিমান পৰ থাকিব? মোৰ আগতে তাৰ শেষ নিশ্বাসটো অনন্তৰ লগত মিলি যাব, এই কল্পনাত মই তমোময় দেখিলোঁ। হঠাৎ সেই শেষ মুহূৰ্ত্তৰ স্বাভাবিক বিভ্ৰাট কাণ্ডটি ঘটিল। মাকে চক খাই মোৰ মুখৰ ফালে চালে, বাপেকে 'বাপ ঔ' বুলি তাৰ মুখৰ ওপৰত জুমি পৰিল। বাপেকক দেখি মাকেও আচল ঘটনা বুজি পাই কান্দোন তুলিলে। সেই কান্দোনত তাইৰ হৃদয়ৰ পুঞ্জীভূত বেদনা বিলাক কুণ্ডলীকৃত হৈ মেৰ খাই খাই ওলাই আহিব ধৰিলে। ভনীয়েকেও

তাইৰ শান্তভাব আৰু ৰাখিব নোৱাৰিলে,—তায়ো অস্বাভাবিক ৰকমে আৰ্ত্তনাদ কৰি উঠিল। যোৱাৰীয়েকে একো বুজি নাপাই মোক সুধিব ধৰিলে—'কি হল'। মুহূৰ্ত্তৰ আগতে যি ভয়ৰ বিকটমূৰ্ত্তি দেখি তাই মূৰ্চ্ছিত হৈ পৰিছিল, সেই ভয় সশৰীৰে তাইৰ সমুখত থিয় হোৱাত তাই নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰা হৈ পৰিল। তাইৰ সেই 'কি হ'ল' প্ৰশ্নৰ মই কি উত্তৰ দিম?

"লাহে লাহে মই বাহিৰলৈ ওলাই আহিলোঁ। এটি পৃষ্ঠভঙ্গ দিয়া পৰাজিত সেনাপতিৰ দৰে। লাজতে যেন কাকো মই মুখ নেদেখুৱাম এনে হেন লাগিল। কিন্তু মোৰ দোষ কি? বোধহয় মোৰ বিজ্ঞানৰ দোষ। মৃতৰ শৰীৰত প্ৰাণৰ সঞ্চাৰ যদি বিজ্ঞানে কৰিব পাৰিলে হেঁতেন, তেন্তে সিদিনা মই তেনেকৈ পৃষ্ঠভঙ্গ দিব নালাগিল হেঁতেন।

ঘৰলৈ আহি মই ভাবিছোঁ, বাৰিবামে মোক আগেয়ে মাতি নিবলৈ বাধা দিছিল কেলেই? সি মোৰ অৱস্থা জানে। সিহঁতৰ ঘৰলৈ গৈ মই ভিজিটৰ টকাৰ কথা হয়তো কম, আৰু সি সেই টকা দিব নোৱাৰিব,—বোধহয় এই ভয়তে। চোৱাচোন, প্ৰাণৰ ভয়তকৈয়ো মানুহৰ টকাৰ ভয় বেছি। অৱশ্যে মই টকাৰ নিমিত্তে জোৰ নকৰিলেও মনে মনে দাবী এটা ৰাখিলোঁ হেঁতেন। ভিজিটৰ টকা নাপালেও মোৰ ইনজেক্‌চনটিৰ দাম কেৱা মই মোৰ জেপৰ পৰা ভৰিবলৈ নিশ্চয় অস্বীকাৰ কৰিলোঁ হেঁতেন। এতিয়া সি মৰিও গ'ল,—আৰু মোৰ ইন্‌জেক্‌চনৰ দামটোও গ'ল। তাৰ নিঃস্ব বাপেকে তাৰ মৃত দেহ শ্মশানলৈ নিবৰ সময়ত নো মই মোৰ ভিজিটৰ আৰু ইন্‌জেক্‌চনৰ বিল কেনেকৈ দিওঁ? আমাৰ সমস্যা আটাইতকৈ ডাঙৰ সমস্যা নহয় নে?"

শর্মা নিরুত্তর। বহ্নি যাওঁতে যাওঁতে ভাবিলে ডাক্তরতকৈ তেওঁ বহু সুখী।

১৪-৫-৩৯ নলবাৰী, ৮৮

---

# চাৰিটা ভুল

অসমৰ পূব প্ৰান্তৰ দ্বিতীয় পল্লী চহৰ এখনত বোমা পৰা শুনি আমাৰ ছিলঙীয়া জীৱন আতঙ্কত কঁপি উঠিল। এনেয়েতো বস্তু বাহানিৰ অপ্ৰাপ্যতা আৰু দুষ্প্ৰাপ্যতাত পেটৰ ভোক মুখতে কল-মতিয়াব ধৰিছে, তাতে আকৌ ভূতৰ ওপৰত দানহ।

সামান্য কেৰাণীগিৰি এটাকে সাবোট মাৰি ধৰি ছিলং থনৰ সৰু মেছ এটাত মোৰ জীৱনৰ দিনবিলাক লেখোঁ। কি যে এটা মায়া। বি. এ. পাচ কৰি উঠাৰ পিচতে পিতাই পাচ হেজাৰ মান টকাৰ মূলধনেৰে আমাৰ বৰপেটাতে এখন সৰুসুৰা দোকান পাতি দিওঁ বুলি কৈছিল। পিতাৰ এই প্ৰস্তাৱক ঘৃণাৰে প্ৰত্যাখ্যান কৰি কলেজীয়া শিক্ষাৰ উচ্চ পতাকাখন হাতত তুলি লৈ ছিলং পালোঁ আৰু তাতেই ষাঠী টকীয়া কেৰাণীগিৰি এটা পাই নিজকে কৃতাৰ্থ মানিলোঁ। পহিলা মাহৰ দৰ্মহা ষাঠী টকা পাই তাৰে ত্ৰিশ টকা নিজৰ ক্ষমতা আৰু গৌৰৱৰ পৰিচায়ক হিচাবে পিতালৈ মনি অৰ্ডাৰ কৰি গৰ্ব্বতে বুকুখন ফিন্দাই তুলি লেকৰ পাৰত খটখটাই পাক এটা মাৰি আহিলোঁ গৈ। মনৰ ভাব—তুমি পঞ্চাশ শ টকাৰে কলেজৰ ইমান সম্মানিত বি. এ. ডিগ্ৰীটো কিনি ললে তাৰ পৰা যি লাভ পালা হেঁতেন, তাৰ মূল্য এই ত্ৰিশ টকাতকৈ বহুত কম। আৰু চাই থাকাচোন, ডগাপাল্লাতকৈ কলমৰ শক্তিয়ে কিমান খিনিলৈ ঢুকি পাব পাৰে।

ছয় দিন মানৰ মূৰত মোৰ মনি অৰ্ডাৰ খন ফিৰি আহিল, আৰু লগে লগে মোৰ নামৰ এখন চিঠিও। উনবিংশ শতাব্দীৰ

কায়থেলী পাকৰ হাতৰ আখৰ দেখিয়ে বুজিলোঁ যেচিঠিখন পিতাৰ। এজন গ্ৰেজুৱেট পুতেকৰ পিতাক হৈয়ো পিতাই এই পৰ্য্যন্ত খাগৰিৰ কলম, বাহৰ চুঙাৰ চিয়াহী আৰু কলমটো মুঠা মাৰি ধৰি লিখা অভ্যাসটি এৰা নাই। এই বিলাক বিষয়ত অৱশ্যে মই তেওঁক একো দোষ নিদিওঁ,—কাৰণ সেই দৰেই তেওঁলোকে তিন কুৰি বছৰ আগতে ভুলাপাতত লিখিবলৈ অভ্যাস কৰিছিল। চিঠিত লিখিছে যে "তই মোলৈ টকা পঠাবৰ কোনো আৱশ্যক নাই। বোৱাৰীৰ কিবা কামত আহিব বুলি পঠাইছ যদি সি এটা তোৰ মুৰ্খামি। তোক জনাই থোৱা ভাল যে তোক যি পাচ হেজাৰ টকাৰে দোকান এখন কৰি দিম বুলি ভাবিছিলো, সেই টকা তই ছিলঙলৈ যাবৰ দিনাখন কাৰবাৰত খটুৱাই তোৰ মনি অৰ্ডাৰ আহিবৰ আগদিনা খন নগদ পাচ হেজাৰ টকা লাভ কৰিলোঁ। তোৰ মনি অৰ্ডাৰ আহিবৰ দিনা কলিকতাৰ পৰা খবৰ পাইছোঁ যে তাত আমাৰ এক গুডাম লোণ কিনা হৈ গ'ল। লোণৰ দাম বাঢ়িব আৰু এই মাহৰ ভিতৰতে ডবল দামত মই সেই লোণ ঘৰতে বহি বেচিব পাৰিম। মোৰ দুখ এয়ে যে তই অৱশেষত দাসখতত নাম দি কলম ঘঁহিবলৈয়ে ভাল পালি, আৰু তাকো মাত্ৰ তিনকুৰিটা টকাৰ বাবে। মোৰ ঘৰত গোমস্তা এজনেও মাহে সত্তৰ টকাকৈ পায়। তই চাকৰি এৰি গুছি আহ, কাৰবাৰ কৰিবলৈ ইচ্ছা নাই যদি কৰিব নালাগে; আজীৱন ভৰিৰ ওপৰত ভৰি তুলি খায়ো যদি তই মোৰ টকা শেষ কৰিব পাৰ, তেনেহলে তোক মই খৰছী বুলিম।" চিঠিখন পঢ়ি মোৰ গা জিমজিমাই গ'ল। পুৱা দহোটাৰ পৰা আবেলি পাচ বজালৈ অনবৰত কাম কৰি কৰি ঘটা টকায়ো তেওঁৰ শলাগ লাভ কৰিব নোৱাৰিলে। মই জানো মই কইবাবাৰো পিতাৰ অসন্তুষ্টি সাধন কৰিছোঁ। ছিলঙলৈ চাকৰি বিচাৰি অহাটো এটা আৰু তাৰ আগতেও দুবাৰ।

মেট্ৰিক পাচ কৰি উঠি যেতিয়া মই ক'লো যে মই কলেজত পঢ়িম পিতাই তেতিয়া ক'লে যে, কলেজৰ পঢ়াই মানুহক মানুহ কৰিব নোৱাৰে। দুই তিনিটা পৰীক্ষা পাচ কৰি ডাঙৰ বা সৰু কেৰাণী হব পাৰি, কিন্তু লক্ষ্মী লাভ কৰিব নোৱাৰি। বিদ্যাৰ দ্বাৰা ধন উপাৰ্জ্জন কৰিব নোৱাৰিলে, তাৰ বাবে অযথা খৰচ কৰি লাভ কি? পিতাই তেতিয়াও মোক কাৰবাৰ শিকিবৰ কথাহে কৈছিল। মই অৱশ্যে তেওঁৰ কথা নুশুনি ডিগ্ৰীৰ লোভত কলেজলৈ গলোঁ আৰু সেইবাবেই পিতা মোৰ প্ৰতি প্ৰথম বাৰ অসন্তুষ্ট হ'ল।

যেতিয়া মই তৃতীয় বাৰ্ষিকত পঢ়োঁ, পিতা গৈ এদিন আমাৰ গুৱাহাটীৰ দোকানৰ পৰা মোক মাতি পঠালে। মই কৈ পঠালোঁ যে মই দোকানলৈ যাব নোৱাৰোঁ, অনুগ্ৰহ কৰি তেখেত এবাৰ যেন হোষ্টেললৈ আহে। আমাৰ দোকানতে থাকিব পৰা ডাঙৰ ঘৰ থকা স্বত্বেও মই দোকানৰ সংশ্ৰৱত থাকিবৰ ইচ্ছা নকৰি হোষ্টেলত আছিলোঁ।

মোৰ কথা মতে সিদিনা আবেলি পিতা হোষ্টেললৈ আহিবৰ কথা। মই গা পা ধুই বাৰান্দাতে ঘূৰাঘুৰি কৰি পিতাৰ নিমিত্তে অপেক্ষা কৰিছোঁ। আমাৰ চুপাৰিণ্টেণ্ডেণ্ট তেতিয়াও টেনিছ খেলি আহি পোৱা নাই। কিছু সময়ৰ মূৰত দেখো যে পিতা চুপাৰিণ্টেণ্ডেণ্টৰ লগত কথা পাতি আহি আছে। পিতা অৱশ্যে ডাঙৰ কাৰবাৰী মানুহ। তেওঁৰ যে প্ৰফেচৰসকলৰ লগত আলাপ পৰিচয় থাকিব পাৰে মই ভবাই নাছিলোঁ। পিতাৰ সাজপাৰৰ ভিতৰত হৈছে আঠুমূৰীয়া ধুতি খন, প্ৰায় গেঞ্জীৰ নিচিনা চোলাটো, চটি জোতা এজোৰ আৰু হেমতালৰ নিচিনা প্ৰকাণ্ড লাঠিডাল। তেওঁক চুপাৰিণ্টেণ্ডেণ্টে তেওঁৰ ঘৰলৈ লৈ গ'ল আৰু চৌকিদাৰৰ হতুৱাই মোক মাতি পঠালে।

ঘৰৰ খবৰ বতৰা আদি লোৱাৰ পিচত পিতাই মোৰ হাতত চিঠি এখন দিলে। চিঠিখন পিতালৈ লিখা। মই তলৰ নামটি দেখি চমক খাই উঠিলোঁ।

চিঠি খনৰ বিষয়ে কবলৈ গ'লে মোৰ জীৱনৰ আৰু এটা ঘটনাৰ কথা আহি পৰে। শেষ কৰিবৰ দিন মোৰ এতিয়া নাই যদিও কলেজত পঢ়া সময়ত নিশ্চয় আছিল। মোৰ জীৱনৰ সেই ক্ষুদ্ৰ অধ্যায়টোৰে এটা বিৰাট ছুটি গল্প। সেই কাৰণেই ভাবিছিলোঁ যে গল্পটি বেলেগকৈয়ে লিখিম। কিন্তু আহি পৰিল যেতিয়া সংক্ষেপে কওঁ।

দ্বিতীয় বাৰ্ষিকত উঠাৰ লগে লগে কলেজৰ নানাৰকম অনুষ্ঠানৰ মাজেদি কমলাৰ লগত মোৰ পৰিচয় হয়। এই পৰিচয়ৰ প্ৰথম সূত্ৰপাত হয় টিউটৰিয়েল ক্লাচত। সেই পৰিচয়ে মোৰ অন্তৰত কিবা এটা নতুন ভাবৰ সৃষ্টি কৰে। এতিয়া মোৰ বিয়া হৈ গৈছে, গতিকে কবলৈ লাজ নকৰোঁ যে মই কমলাৰ প্ৰেমত পৰিলোঁ। অৱশ্যে সেই সময়ত এই প্ৰেমত পৰা কথাটোৱে মোক আনন্দ দিলেও লাজত পেলাইছিল। কমলা ছোৱালীজনী বৰ প্ৰগতিশীলা আছিল বুলিয়ে বিশ্বাস। তেওঁ মোক ভাল পাইছিল নে নাই কব নোৱাৰোঁ,—কিন্তু, মই ভাল ছাত্ৰ বুলিয়ে নেকি কব নোৱাৰোঁ,—মোৰ লগত তেওঁ বেছিকৈ কথা পাতিবৰ আগ্ৰহ কৰা যেন দেখিছিলোঁ।

কমলাৰ পিতাক মৌজাদাৰ। তেওঁ কিবা কাৰণত মোৰ সম্বন্ধে অলপ আগ্ৰহশীল হৈ পৰে। মোক এবাৰ তেওঁ লগো ধৰিছিলে। আমি দুয়ো যে একৰকমৰ বন্ধু হৈ পৰিছিলোঁ—আৰু সেই বন্ধুত্বৰ মাজত কিবা এটা আকৰ্ষণৰ ভাবো যে আছিল, সেই কথা

বোধকৰোঁ তেওঁ গম পাইছিল। পিতা সম্পত্তিবান মানুহ, আৰু ময়ো উঠি অহা ডেকা, ইত্যাদি কাৰণত আমাৰ দুইজনৰ বন্ধুত্বই যদি বিয়াৰ কাৰণ হৈ পৰে তেন্তে মৌজাদাৰৰ বোধকৰোঁ একো আপত্তি নাথাকিব লাগে। ইত্যাদি কাৰণবশতঃ মৌজাদাৰে পিতালৈ বিয়াৰ প্ৰস্তাৱ কৰি চিঠি লিখিছে। মই হ'লে তেতিয়া এনেকুৱা হ'ব বুলি ভবা নাছিলোঁ। কমলায়ো মোক এনেকুৱা ধৰণৰ ভাৱ একো প্ৰকাশ কৰা নাছিল।

চিঠিখন পঢ়ি মই আচৰিত যে হৈছিলোঁ ই ঠিক; কিন্তু আনন্দিতও যে হৈছিলোঁ তাক মই অস্বীকাৰ কৰিব নোৱাৰোঁ। চিঠিখন পঢ়ি উঠি বিবুদ্ধিৰ নিচিনা হৈ পিতাক চিঠিখন ঘূৰাই দিলোঁ। পিতাই এই চিঠি সম্বন্ধে কি কৰিব তাক মই অনুমান কৰিব নোৱাৰিয়ে বিবুদ্ধি হৈছিলোঁ।

মোৰ চিঠি পঢ়া হোৱাত পিতাই মোক মোৰ মতামত সুধিলে। মই কি মতামত দিম! পিতাক মই আচলতে ভয় কৰিছিলোঁ, তদুপৰি মোৰ অধ্যাপক এজন মোৰ আগতে বহি আছে। মোৰ জিভা একেবাৰে আড়ষ্ট হৈ গ'ল। কবলৈ ইচ্ছাতো আছেয়ে যে এই বিয়াকে আজি প্ৰায় দুবছৰে মই অন্তৰে অন্তৰে কামনা কৰি আছোঁ, আৰু এই মিলনত মোতকৈ সুখী আৰু দ্বিতীয় জন হ'ব নোৱাৰে। কিন্তু কব নোৱাৰোঁ। প্ৰফেচৰেই চকুৰ টিপ দি মোৰ হৈ যেন কৈ দিলে যে মোৰ একো আপত্তি নাই। তেতিয়া পিতাই গহীন ভাবে কবলৈ আৰম্ভ কৰিলে। মুখ মেলিলেই গৰ্ভ দেখাৰ দৰে তেওঁ যেন মোৰ মনটো আগধৰি জানি লৈছে। "—তই কমলাক ভাল পাইছ, ইয়াত একো দোষ নাই। কিন্তু এতিয়াই তোৰ বিয়া পতাত মোৰ মন নাছিল। তই এনেকুৱা

ছোৱালীক ভাল পালি যে ছোৱালীৰ বাপেকে আৰু অপেক্ষাই কৰিব নোৱাৰে। তোৰ বয়স কম, তাতে আকৌ ছোৱালীও ডাঙৰ। ছোৱালীৰ বাপেকে অপেক্ষা নকৰিবৰ যথেষ্ট কাৰণ আছে। সেই কাৰণবোৰ মই বুজাই জানো। বাক সেইবোৰ ষিয়েই নহওক, তোৰ ইচ্ছাৰ বিৰুদ্ধে মই যাব নোখোজোঁ। কলেজলৈ পঢ়িবলৈ নাহিলে এনেকুৱা নহ'ল হেঁতেন। যি হব লগীয়া হ'ল; মই তেনেহলে বিয়াৰ যোগাৰ কৰোঁ গৈ, তোৰ কি মত ?"

অন্তৰত থৌকিবাথৌ লগা আনন্দৰ ঢৌ টো মই শত চেষ্টা কৰিও লুকাব নোৱাৰিলোঁ। চেপা মাৰি ধৰা ওঠ দুটা মুকলি কৰি নিলাজ হাঁহিটো ওলাই আহিলেই। তথাপি হাঁহিটো লুকাবৰ শেষ চেষ্টাত তলমূৰ কৰি লাহেকৈ কলোঁ যে, তেখেতসকলৰ যি ইচ্ছা কৰক। পিতাই প্ৰফেচৰৰ ফালে চাই ওঠটিপি হাঁহি মাৰিলে। মই লাজতে ৰঙা পৰি ঘামি গলোঁ। প্ৰফেচৰে মোৰ অৱস্থা দেখি 'যোৱা' বুলি কৈ মোক ৰক্ষা কৰিলে। এই বেলিও, মোৰ অনুমান মই পিতাক দ্বিতীয়বাৰ অসন্তুষ্ট কৰিছিলোঁ।

কমলাকে মই বিয়া কৰালোঁ, আৰু আচলতে এই বিয়াত মই সুখী হৈছিলোঁ। কমলাই মোক খুব ভাল পায়; কিন্তু ছিলঙত চাকৰি পোৱাত শহুৰেক শাহুৱেকক এৰি তেওঁ কিয় মোৰ লগত আহিবলৈ সুধুজিলে, তেতিয়া মই গম নাপালোঁ। তিনি মাহ মানৰ মূৰতহে কমলাৰ সেই আচৰণৰ মূল তথ্যটি পালোঁ। পিতাৰ চিঠিত খবৰটো পাই মই ছিলং ডায়েৰীৰ পৰা এবোজা মিঠাই লৈ ঘৰপেটা পাই দেখোঁ যে কমলা মোৰ আগত ওলাবলৈ অলপ অলপ লাজ কৰে। মাতৃত্বৰ গৌৰৱ তেওঁৰ মুখলৈ অলপ অলপ আহিছেহে। ৰাতি যেতিয়া

সুধিলোঁ, যে মই ছিলঙলৈ যাবলৈ ওলোৱাত কেলেই তেওঁ মোক কোৱা নাছিল, তেতিয়া তেওঁ উত্তৰ দিলে যে 'লাজ লাগিছিল'। মই তেতিয়া তেওঁৰ কলেজীয়া প্ৰগতিক ঠাট্টা কৰোঁতে, তেওঁ মোক সোঁৱৰাই দিছিল মোৰ কেৰাণীগিৰিৰ কথা,—যি কেৰাণীগিৰিয়ে মোৰ কলেজীয়া স্বাধীনচেতা আৰু উচ্চাকাঙ্ক্ষী মনৰ ভেটি পৰ্য্যন্ত উজাৰ কৰি দিলে।

জাপানী বোমাৰ প্ৰভাৱত ছিলঙৰ মানুহ ফৰিঙ্‌ ছিটিকাদি ছিটিকিব ধৰিলে। ছিলঙৰ অৱস্থা দেখি মোৰ কেৰাণী মন ঠৰকি উঠিল। আবেলি ফুৰিবলৈ ওলালে দেখিবলৈ পাওঁ জনশূণ্য ৰাস্তা। যি দুই এজন মানুহ ওলায়ো, তেওঁলোকৰ কথা বতৰা কেৱল 'ফেমিলি ৰিমোভ্‌' কৰালৈহে। ট্ৰেন্স খুন্দাৰ ধুমধুমনি দেখিলে মূৰৰ ওপৰেদি বোমা উৰিব ধৰে। ৰাস্তাত বন্ধু এজনে লগ পাই এদিন মোক সুধিলে যে মোৰ 'ফেমিলি ৰিমোভ্‌' কৰিলোঁ নে নাই। মই বোলো মোৰ 'ফেমিলি' ছিলঙত নাই। তেওঁ ক'লে বোলে 'আপুনি ৰক্ষা পৰিছে।' বোপাই, মই হে জানো—ৰক্ষা পৰিছোঁ নে নাই। কেতিয়া আহি মঙ্গোলিয়ান বোমাই মোৰ ককেছিয়ান পিতৃদত্ত হাড় কেডাল গুড়ি কৰেহি তাৰ ঠিকনা নাই, আৰু তুমি কোৱা যে ৰক্ষা পৰিছোঁ—মনতে কওঁ। সঁচাকৈ দুৰ্ভাৱনাত মই বৰ খিনাই গৈছিলোঁ। মানুহে মোক দেখিলে কব যেন মই বৰ ডাঙৰ দায়িত্বৰ বোজা এটা লৈ নিৰুপায় হৈ ছিলঙত থাকিব লগীয়া হৈছোঁ। মই মনতে ভাবোঁ—, —বৰপেটা তো ছিলঙৰ পৰা বেছি দূৰ নহয়। তাত বা চাগৈ কি বিপদধন হৈছে!

মই বৰপেটাৰ আমাৰ ঘৰখনৰ কথা ভাবোঁ। আমাৰ মিলটোৰ চিমনিটো বহুত ওখ। "ইণ্ডাষ্ট্ৰিয়েল চেণ্টাৰ" বুলি যদি তাকে

ওপৰতে জাপানী বোমা পৰে একা! আমাৰ পিতাইতৰ ৰৰপেটা এৰি ভিতৰৰ গাওঁলৈ যোৱা উচিত। ৰৰপেটাত তো চাইৰেন নাই যে বিপদৰ সঙ্কেত আগধৰি পাই তেওঁলোক গড়খাইত সোমাব।

ভাবিচিন্তি মই শেষত ঘৰলৈ যোৱাকে ঠিক কৰিলোঁ। মই ঘৰলৈ গ'লে অন্ততঃ তাৰ "ফেমিলি ৰিমোভ্" কৰাত সুবিধা হব। কমলা চাগৈ বিপদৰ চিন্তাত একেবাৰে খিনাই গৈছে; তাতে আকৌ তেওঁৰ অৱস্থা ইমান "ডেলিকেট্"। আমি তথাপি মতা মানুহ; লৰি ঢাপৰি পলাই হয়তো ৰক্ষা পৰিব পাৰিম। কিন্তু মাইকী মানুহ বিলাকৰে কম বিপদ হৰনে? মোৰ ঘৰলৈ যোৱা নিতান্ত প্ৰয়োজন। কিন্তু যাওঁ কেনেকৈ? মটৰষ্টেণ্ডলৈ গৈ দেখোঁ যে তাত সাক্ষাৎ কুৰুক্ষেত্ৰ। এই ভিৰৰ মাজত সোমালে মোৰ কলিজা ফাটি যাব। এদিন তথাপি গলোঁ; কিন্তু ভিৰ দেখি মোৰ চকুপানী ওলাল। মেছ পোৱাত লগৰীয়া এজনে ক'লে যে "ইয়াত নো কি? আমিনগাঁও আৰু পাণ্ডুত যি হৈছে তাক বৰ্ণনা কৰা টান। নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হওঁতে কিমান মানুহ যে লুইতৰ বুকুত অদৃশ্য হৈছে তাৰ ঠিকনা নাই।" মোৰ অদৃষ্টকে দোষ দিলোঁ। কাইলৈ যদি ছিলঙত বোমা পৰে তেন্তে মই তো আৰু আই বোপাইক দেখা নাপাম;— আৰু মোৰ কমলা! উঃ আৰু মই ভাবিবই নোৱাৰোঁ। ৰাতি টোপনিত মই কেৱল জাপানী বোমাৰ সপোন দেখিছোঁ। ৰাতি-পুৱা অস্থিৰ হৈ ঠিক কৰিলোঁ যে ইকথাই কথা নহয়; যেনে তেনে প্ৰকাৰে দুই এদিনৰ ভিতৰত ৰৰপেটা পাবই লাগিব। কেৰিং কোম্পানীৰ মটৰ পোৱা টানেই। টেক্সি লৈ যোৱাৰ বাহিৰে মোৰ আৰু অন্য উপায় নাই। পুৱাই টেক্সি বিচাৰি ওলালোঁ।

মই ভাবিলোঁ যে গুৱাহাটীলৈ টেক্সি কৰি একো লাভ নাই—কাৰণ সিফালেও বোমা সম্বন্ধে একে দুৰৱস্থাই। গতিকে মই বিচাৰিলোঁ একেবাৰে বৰপেটালৈ যোৱা টেক্সি। তেনেকুৱা বন্দোবস্তত টেক্সি পোৱা বৰ টান। গুৱাহাটীলৈয়ে সাধাৰণতঃ টেক্সি হঠাৎ নাযায়,—কাৰণ পেট্ৰোল নাপায় হেনো। মই হতাশাত ম্ৰিয়মান হৈ পৰিলোঁ। শেষত এখন অষ্টিন যাবলৈ ওলাল চাৰি শ টকা পালে। মই মনতে ভাবিলোঁ যে জীয়াই থাকিব পাৰিলে, এই চাৰি শ টকা আৰ্জিব পাৰিম; বৰ্ত্তমান পিতাৰ পৰা টকা ললেই হ'ল। এই বুলি সেই বন্দোবস্ত মতে মই যাবলৈ ঠিক কৰি মাল বস্তু লৈ ওলালোঁ।

দ্বিতীয় দিনাখন আবেলি ঘৰ পোৱাত পিতা বৰ আচৰিত হৈ পৰিল। চাৰি শ টকাৰ বন্দোবস্ত কৰি টেক্সি লৈ বৰপেটালৈ যোৱা শুনি পিতা যে ইমান আচৰিত হব মই ভাবিবই পৰা নাছিলোঁ। মই জিৰাই-সঁতাই টেক্সিৱালাক টকা-সিকা দিয়াৰ পিছত পিতাই মোক ক'লে,—

"তই টকা-সিকা খৰছ কৰি এনেকৈ হঠাৎ ওলালিহি কিয় ?"

"আপুনি হবলা দেশৰ কি অৱস্থা হৈছে নেজানে ? ছিলঙত আজি নতুবা কালিলৈ বোমা পৰিবই। ইয়াৰ পিচত বৰপেটাও নিৰাপদ নহয়। ছিলঙৰ তো কথাই নাই বৰপেটাতো বোমা পৰিব, ই নিশ্চয়। গুৱাহাটীৰ যি অৱস্থা দেখি আহিলোঁ ! সৈন্যই একেবাৰে ভৰি গৈছে। বোমা পৰিবৰ ভয় নাথাকিলে এনেকুৱা হয়নে ?"

"বোপাই, মই বুঢ়া হলোঁ; তথাপি মই মাত্ৰ কালি ডিব্ৰুগড়ৰ ছাউনিত দুহেজাৰ মোন চাউল পৌছাই দি আৰু চাৰি হেজাৰ

মোনব ঠিকা লৈ আছিলো। ছিলঙলৈয়ো মই যাব লগীয়া হৈছিলো।—এসপ্তাহ মান আগতে। মোৰ সময়ৰ নাটনি পৰাত তোক মাত লগাবৰ নহ'ল। কিন্তু—ক'তা—বিপদৰ ইমান ভয় তো মই ক'তো দেখা নাই। বাক, বোমা পৰে যদি পৰিব, তাতে ইমান ভয় কৰিব লাগিছেনে? তহঁতৰ শিক্ষাৰ ফল এয়েই। অলপমান কিবা হ'লেই—তহঁত আঁহতপাত বতাহত কঁপাৰ দৰে কঁপিজপি অস্থিৰ হয়। এই বুঢ়াৰ মূৰৰ ওপৰেদি কিমান বিপদৰ ঢৌ গৈছে তহঁতেতো নাজান। এতিয়া জাপানী বোমা এটাৰ ভয়ত চাৰিশ টকা খৰছ কৰি ছিলং এৰি ঘৰপেটা পাইছহি আৰু কৈছ যে ইয়াৰ পৰাও পলাব লাগিব। এই ভীৰু মন লৈ তহঁতে যে ভৱিষ্যতে কিবা কৰিব পাৰিবি তেনেকুৱা আশা মই কৰা নাই। চাকৰি কৰি ছিলঙত যে থাকিব নোৱাৰিবি, তাক মই জানো। সেই কাৰণে মই ভাবিছিলো যে মই চলিফুৰি থাকিব পৰাতেই তই অলপ কাৰবাৰ শিকি ল'। কিন্তু তাকো নকৰিলি যেতিয়া মোৰ আৰু কবলগীয়া একো নাই। কিন্তু এই কথা ঠিক যে মই আৰু তোক যাঠিটকীয়া কলম পিহিবলৈ ছিলঙলৈ যাবলৈ দিব নোৱাৰিম।”

পিতাৰ কথা শুনি মোৰ ইমান লাজ লাগিল! বহুতে বহু পৰিশ্ৰম কৰি এই বিপদৰ সময়ত ছিলং এৰিব পৰা নাই, আৰু মই ইমান প্ৰবন্ধ কৰি মৃত্যুৰ মুখৰ পৰা কোনোমতে জীৱটো লৈ আহি ঘৰ পোৱাত মোৰ পুৰুষত্বক বথানিব দূৰৈত থাওক —পিতাই মোৰ ভীৰুতাৰ আলম লৈ সুদীৰ্ঘ বক্তৃতা এটি দিলে। যি হওক, নমতা নোবোলাকৈ দিনৰ বাকী থিনি সময় কটাই গধূলি কমলাৰ পৰাই চাৰিআষাৰ সহানুভূতিসূচক কথা লাভ কৰিব পাৰিম বুলি আশা পালি বৈ থাকিলো।

গধূলি কমলা ৰমত কিবা এখন পঢ়ি বহি আছে। মই বাহিৰৰ আনআন কাম অটাই ৰমত সোমাওঁতে তেওঁ মুৰটি ডাঙি মোৰ ফালে চাই সুমিষ্ট হাঁহি এটি মাৰি ‘পেথম’ তুলি স্বাগতম্ দিলে—“আহক সেনাপতি মহাশয় আহক” বুলি। “সাফল্যৰে সহিতে পশ্চাদপসৰণ হৈছে নে?”

—হৰি! বাহিৰত পিতাৰ সেই ভৎৰ্সনা আৰু ভিতৰত কমলাৰ এনেকুৱা স্বাগতম। মোৰ অন্তৰাত্মা কুপিত হৈ উঠিল। কিন্তু সেই ৰাগ অভিমান সকলোবিলাকে মূৰ্ত্তিমান হৈ উঠি মোকেই ঘূৰি আক্ৰমণ কৰিলে। কমলাৰ প্ৰতি পৰুষ বাক্য প্ৰয়োগ কৰা মোৰ জীৱনত নহব। তেওঁৰ কথাৰ উত্তৰত মই মাত্ৰ ক্ষীণ হাঁহি এটা মাৰিলোঁ। কমলাই পুনৰ ক’লে,—

“তেতিয়াই তো পিতাই আপোনাক যাবলৈ হাক দিছিল। তেওঁৰ কথা নুশুনি আপুনি গ’ল আৰু নিজৰ পুৰুষত্ব দেখুৱাবলৈ দেৰকুৰি নগদ টকা মনি অৰ্ডাৰ কৰি পিতালৈ পঠালে। শেষত যুদ্ধৰ খৰৰ পিতা আৰু মোক দিবলৈ চাৰি শ টকা খৰচ কৰি ছিলঙৰ পৰা পলাল! আপোনাৰ জীৱনৰ এই খণ্ড ইতিহাস মই হ’লে বৰ মনোযোগেৰে পঢ়িম।”

“যুদ্ধৰ বাবে ছিলঙৰ পৰা মইহে আহিছোঁনে?” অলপ ৰাগ ভাৱত মই ক’লো, “দেশৰ মানুহ ছিলঙৰ পৰা গৈ ছিলঙক মৰুভূমি কৰি তুলিলে, আৰু মই অহা বাবেই তোমালোকে ইমান ‘মেজাজ’ দেখুৱাবলগীয়া হৈছে। ভাগ্যে তুমি মোৰ লগত ছিলঙলৈ যোৱা নাই। গ’লে আইধৰতকৈ বাইধৰ চাব হ’ল হেঁতেন। বাৰু মোৰ উপস্থিতি যদি ইয়াত প্ৰত্যাশিত নহয়, তেন্তে মই পুনঃ কাইলৈ ওলাই যাম, হয় ছিলঙলৈ, নহয় ডিমাপুৰলৈ,—নহয় মনিপুৰলৈ।

তেতিয়া সুখ পাবা নহয়?" কামত তো আচলতে যাবৰ ইচ্ছা নায়েই, তথাপি কথাত এবাৰ ভয় দেখুৱাবলৈ কৈ চালোঁ। তাৰ পিচত আচলতে ওলাই যাবলৈ বুলি নাটকীয় ভঙ্গীত কমৰ পৰা এখোজ বাহিৰৰ ফালে দিওঁতেই, মোৰ ভয় দেখুৱাবলৈ কৰা চেষ্টাই ফল ধৰিলে। মই যাব খোজা দেখি কমলাই দৌৰি আহি মোক সাবোট মাৰি ধৰিলে।

"ক্ষমা কৰক, আৰু তেনেকৈ নকওঁ। আপুনি ছিলঙৰ পৰা অহাত মোতকৈ দ্বিতীয় কোনজনী বেছি আনন্দিত আৰু ভাগ্যৱতী কওকচোন। তথাপি তেনেকৈ কোৱাৰ শাস্তি যি দিয়ে তাকে ল'ম। অনুগ্ৰহ কৰি যোৱা কথাটি আৰু মুখলৈ নানিব। যাব খুজিলেও মই আৰু যাবলৈ নিদিম।"

"তুমি যাবলৈ দিলেও আৰু মই নাযাওঁ" বুলি লাহেকৈ কমলাৰ ৰঙা গালখনিত চুমা এটি আকি দি ৰহি পৰিলোঁ।

—:::—

৫-৬-৪২

# অদৃষ্ট

সি এজন ৰেলৱেৰ লাইন্‌ছ্‌ম্যান। জৌনপুৰৰ মানুহবুলি, সুধিলে সি কয়। ছয়ফুট দীঘল প্ৰকাণ্ড শৰীৰটো তাৰ, আৰু সুন্দৰ বলিষ্ঠ অঙ্গবিলাক দেখিলেই ছবিৰ আদিম আৰ্য্য মূৰ্ত্তি যেন লাগে। তাৰ গাৰ উজ্জ্বল ৰং এতিয়াও ভাৰতীয় জলবায়ুৱে মলিন কৰিব পৰা নাই,—যেন আৰ্য্যৰ গৌৰকান্তিয়ে কিবা এটা এৰাব নোৱাৰা মায়াত বন্দী হৈ তাৰ শৰীৰত এতিয়াও বিৰাজ কৰিছে। জাতিত সি বামুন, আচৰণত পৰম নৈষ্ঠিক, বয়সত ধীৰ যুবক। তাৰ সুঠাম সৌন্দৰ্য্যত বিধাতাৰ কোনোবা কালৰ কিবা অভিসম্পাতৰ ফলত যি ডাগ বহিল, তাৰ বাবে সি সমস্ত জীৱন দুখভোগ কৰিব লগীয়া হ'ল। বেচাৰাৰ ভৰি এখন নাই,—ঠিক কলাফুলৰ তলতে তাৰ এম্প্যুট কৰা কাঠৰ ভৰি খন লগোৱা। ভৰিখন কেনেকৈ ছিগিলে, সুধিলে, সি হঠাৎ একো উত্তৰ নিদিয়ে মাত্ৰ চকুদুটা পানীৰে ভৰি পৰে আৰু দীঘল হুমুনিয়া এটা ওলায়; এদিন সি তাৰ দুখময় অতীতৰ চমু কাহিনী যেতিয়া ক'লে, তেতিয়া শ্ৰোতা হিচাবে আমাৰ কিমান দুখ লাগিছিল তাক প্ৰকাশ কৰ এতিয়া টান।

তাক আমি পাঁড়েজী বুলিয়ে মাতোঁ। জৌনপুৰ ষ্টেচনৰ ওচৰতে বোলে সিহঁতৰ ঘৰ। ষ্টেচন মাষ্টৰৰ ঘৰত তাৰ বাপেক ৰান্ধনী আছিল, আৰু সেই সূত্ৰে সি ষ্টেচন মাষ্টৰৰ ঘৰখন নিজৰ খেলা ঘৰ কৰি লৈছিল। বাপেকৰ লগত আহে আৰু বাপেকে কাম শেষ কৰি ঘৰলৈ যাওঁতে সিও ঘৰলৈ যায়। তাৰ সুন্দৰ নিটোল

চেহাৰা দেখি আৰু উজ্জ্বল নাক মুখৰ কালে চায়েই হবল। মাষ্টৰণীয়ে তাক বৰ মৰম কৰিছিল। লীলা আছিল মাষ্টৰৰ একমাত্র জীয়েক। তাই বয়সত পাঁড়েতকৈ মাত্র দুবছৰৰ সৰু। একেখোপাতে ফুলি উঠা দুটি গোলাপৰ কলি বতাহত হালিজালি নাচি থকাৰ দৰে, ইহঁত দুয়ো সদায় একেলগে থাকে আৰু লগ লাগি খেলে। পাঁড়ে লগত থাকিলে লীলাক আৰু অইন কাকো নালাগে।

সিহঁতৰ শৈশবৰ বন্ধুত্বই ডাঙৰ হোৱাত স্বাভাৱিক ভাল-পোৱাত পৰিণত হ'ল। এই কথা মাষ্টৰ মাষ্টৰণীৰ চকুত নপৰাকৈ নাথাকিল। কি কৰিব কি নকৰিব ভাবি থাকোঁতে বিধাতাই তেওঁলোকৰ দুশ্চিন্তাৰ মীমাংসা কৰি দিলে। কিবা দৈব দুর্ব্বিপাকত ষ্টেচনৰ ইঞ্জিন এটাৰ খুন্দা খাই তাৰ সোঁ ভৰিখন কলাফুলৰ তলতে ভাগি দুটুকুৰা হৈ গ'ল। তাৰ এই দুৰ্ভাগ্যত মাষ্টৰৰ মনত বৰ দুখ লাগিল আৰু ডাক্তৰৰ পৰামৰ্শ মতে ভগা ভৰিখন কাটি কাঠৰ ভৰিখন লগাই দিলে। লগতে খোড়া পাঁড়েৰ জীবিকা নিৰ্ব্বাহৰ কিবা এটা উপায় দিব বুলি তাক সেই ষ্টেচনতে লাইনচ্‌ম্যান কৰি দিলে। সিও আৰু অন্য উপায় নাপাই মাষ্টৰৰ অনুগ্ৰহৰ দান হিচাপে সেই কামকে আকোৱালি ল'লে।

ভগা ভৰি কাঠৰ কৰা যিমান সহজ, ভগা মন কাঠৰ কৰা সিমান সহজ নহয়। তাৰ এই খোড়া ভৰিয়ে শৰীৰত যি কষ্ট দিলে, মনত কষ্ট দিলে তাতকৈ বহু বেছি। সি তাৰ ঘৃণীয়া শৰীৰ লীলাক দেখুৱাব নোৱাৰে, নেদেখুৱায়ো। কিছুমান দিন সেই ষ্টেচনতে কাম কৰি মাষ্টৰৰ চাৰ্টিফিকেট এখন লৈ এদিন মনটো কাঠৰ কৰিবলৈ বুলি সি অসম অভিমুখে বাওনা হ'ল; তাৰ আশা কামাখ্যা মাইৰ দেশত দেহত্যাগ কৰা। তেতিয়াৰ পৰাই

সি অসমত। দেশত্যাগৰ সময়ত তাৰ সম্বল আছিল চাৰ্টিফিকেট খন, চেতাৰ এখন, আৰু ভগা মনটি। চাৰ্টিফিকেটৰ সহায়ত সি পালে সৰু ষ্টেচন এটাত তাৰ চাকৰি, আৰু চেতাৰৰ সহায়ত পালে কিছুমান ভদ্ৰবন্ধু। চেতাৰ সি খুব ভাল বজাইছিল। এই বিদ্যাই আছিল তাৰ লীলাৰ স্মৃতি। লীলাৰ ওস্তাদে তাইক শিকাওঁতে সিও লাহে লাহে শিকি পেলাইছিল।

সময়ৰ সোঁতত সি অতীতৰ কথা পাহৰি যায়, নাপাহৰে কেৱল চেতাৰৰ গটবিলাক।

* * * *

মালতী এজনী বামুনৰ ছোৱালী। এঘাৰ বছৰীয়াতে তাইৰ বিয়া হয় এঘৰ ওচৰৰে আঢ্যবন্ত মানুহৰ ঘৰত। বিয়াৰ পিছতে তাইৰ বুঢ়া মাক বাপেক ঢুকায়। তায়ে আছিল বুঢ়াবুঢ়ীৰ একমাত্ৰ সন্তান। বুঢ়া মৰিবৰ সময়ত জোঁৱায়েক ৰাধাকান্তক মাতি আনি ক'লে, 'বাপা,—মালতীক তোমাৰ হাতত তো দিছোৱেই। শান্তি বিয়া দিবলৈ আমি আৰু বাচি নাথাকিলোঁ। তাইৰ শান্তি বিয়াৰ ভাৰ লবলৈ মোৰ আত্মীয় মানুহো ইয়াত কোনো নাই। সেই বিলাক লৌকিক আচাৰ—তোমাৰ ঘৰতেই উপস্থিত সময়ত পাতিবা আৰু তোমাৰ জন—, মোৰ মৃত্যুৰ পিচত তোমাৰ ঘৰলৈয়ে চপাই নিবা,—এয়ে মোৰ অনুৰোধ।'

ৰাধাকান্তয়ো শহুৰেকৰ ইচ্ছা অনুযায়ী আশ্ৰয়হীনা মালতীক শান্তি বিয়াৰ আগতে ঘৰলৈ আনিলে। সমাজে দুই একাষাৰ কোৱামিলা কৰিছিল। কিন্তু কথা বন্ধ কৰিবৰ পৰা শক্তি ৰাধাকান্তৰ থকা কাৰণে সকলো চুপচাপ থাকিল।

মালতী দেখাত অপেশ্বৰী নাছিল। সেয়ে প্ৰথমৰে পৰা বাধাই তাইক বৰ চেনেহৰ চকুৰে চাব পৰা নাছিল। মাক বাপেকৰ বুঢ়া কালৰ একমাত্ৰ সন্তান হোৱা বাবে মালতী বৰ আদৰত ডাঙৰ হৈছিল, আৰু সেই আদৰৰ কাৰণেই তাই ঘৰুৱা কামবন বৰ বেছি শিকিব নোৱাৰিলে। এই কাৰণে শাহুৱেকেও তাইক মাজে মাজে তিৰস্কাৰ কৰিছিল। লাহে লাহে মালতীৰ এই সকলো বিলাক সহ্য হৈ আহিল,—নাহিলেও উপায় নাই।

মালতীৰ লাহে লাহে বয়স হ'ল। অপেশ্বৰী নহলেও যৌবনৰ কমনীয়তাই তাইক সুশ্ৰী কৰি তুলিলে। শাহুৱেকৰ গঞ্জনাৰ মাজেদি তাই ঘৰুৱা কাম বনো শিকি পেলালে। কিন্তু তথাপি অভাগী মালতীয়ে স্বামীৰ চেনেহ আৰু শাহুৱেকৰ সদ্ভাব লাভ কৰিব নোৱাৰিলে। বৰং তাইৰ কপালৰ গাথি আৰু টানকৈহে লাগি পৰিল।

ৰাধাকান্তৰ পৰিয়ালত কেচুৱাৰ অভাব বহুদিনৰ পৰা অনুভূত হৈছিল। এই অভাবে ৰাধাৰ মাকৰ মনত সঁচাকৈ বৰ পীড়া দিছিল। লৰাৰ বিয়াৰ পিছৰ পৰা মাকে নাতিয়েকৰ মুখ কেতিয়া দেখিবলৈ পাব তাৰে আশাত দিন গণি আছিল। কিন্তু বিয়াৰ কেবাবছৰ পিছলৈকে ৰাধাৰ সতি সন্ততি নোহোৱাত মাকৰ মন দুখেৰে ভৰি পৰিল, আৰু মালতীৰ দুৰ্ভাগ্যক্ৰমে তেওঁৰ সেই মনৰ দুখ প্ৰকাশ পালে মালতীৰ ওপৰত বিৰক্তিৰ ৰূপ লৈ। মালতীৰ দোষৰ ঘৰত এটা এটাকৈ সংখ্যা বাঢ়ি আহিবলৈ ধৰিলে আৰু শেষত তাই বাজী নাম পালে। এই দোষে তাইৰ দুৰ্ভাগ্যৰ শেষৰ ঘৰ পূৰণ কৰি পেলোৱাত বেচাৰীৰ দুৰ্গতিৰ সীমা নোহোৱা হ'ল। যি কোনো সামান্য চেলুকে লৈ শাহুৱেকে তাইৰ ওপৰত ৰৎপৰোনাস্তি অত্যাচাৰ আৰম্ভ কৰি দিলে। তাই যে বন্ধ্যাদোষযুক্তা, সেই

কথা প্ৰমাণ কৰিবলৈ শাহুৰেকে তাইৰ পিতৃবংশত ধৰিবলৈ পৰ্য্যন্ত বাদ নিদিলে। ভ্ৰাতৃহীনা কন্যা যে সৰ্ব্বতোভাবে পৰিত্যজ্যা এয়ে হ'ল তেওঁৰ মূলমন্ত্ৰ। মাকৰ যুক্তিৰ প্ৰভাৱত অৱশেষত ৰাধাকান্তৰ মনত মালতীৰ প্ৰতি সামান্য শিষ্টাচাৰ খিনিও নাইকীয়া হৈ পৰিল আৰু প্ৰত্যক্ষভাবে মালতীৰ ওপৰত ৰাধাকান্তই-মালতীৰ পূজনীয় স্বামীয়েও—অত্যাচাৰ আৰম্ভ কৰিলে। মালতীয়ে নিজৰ ভাগ্যকে ধিয়াই অম্লান বদনে সকলো সহ্য কৰি থাকিল।

স্বামী আৰু শাহুৰ এই উমৈহতীয়া অত্যাচাৰে মালতীৰ শৰীৰত যি যন্ত্ৰণা দিছিল তাতকৈ শতগুণ বেছি যন্ত্ৰণা দিছিল তাইৰ মনত। প্ৰত্যেক কথাতে ৰাধাৰ মাকে মালতীক ঘৰৰ পৰা ওলাই যাবলৈ কোৱা কথাষাৰত যে কিবা পালনীয় অৰ্থ থাকিব পাৰে, তাই পহিলতে বুজা নাছিল। পিচত তাই এটা স্বাভাবিক অনুভূতিৰ দ্বাৰা উপলব্ধি কৰিলে যেন তাই ওলাই গ'লেই সকলোটি ৰক্ষা পৰে। কিন্তু ওলাই তাই যাব ক'লৈ? তাই যে হিন্দুনাৰী! বিবাহিতা হিন্দুৰমণীৰ নিমিত্তে স্বামীৰ ঘৰৰ বাহিৰেও যে এখন মুকলি জগত আছে সেই কথা চিন্তাৰ অতীত। সেয়ে মালতীৰ নিমিত্তে গঞ্জনা বা অত্যাচাৰ, জীয়াই থকাৰ দৰেই এটা স্বাভাবিক ঘটনা হৈ পৰিল। জীৱন আৰু অত্যাচাৰ—এই দুটা যেন মালতীৰ বাবে কিবা অবিচ্ছেদ্য উপসৰ্গ।

তাইৰ নাৰী জীৱনৰ চৰম অৱলম্বন, যাৰ মুখৰ ফালে চায়েই তাই জীৱনৰ সকলো দুখ কষ্ট পাহৰিব বুলি আশা কৰিছিল,—যাৰ এষাৰি মৰমৰ মাতে তাইক স্বৰ্গসুখ দিব পাৰিলেহেঁতেন, সেই পতিদেৱতাই যেতিয়া তাইৰ নাৰীশৰীৰত কঠোৰ বেত্ৰাঘাত আৰম্ভ কৰিলে, তেতিয়া তাইৰ জীৱনৰ আৰু ক'তো সাৰ্থকতা নোহোৱা হ'ল। ওবেদিনৰ পৰিশ্ৰমৰ পিচত ৰাতি তাই যেতিয়া চৌপনিত

লালকাল দিয়া তাইৰ স্বামীৰ সান্নিধ্য বিচাৰি হাতত সাবে ভৰিত সাবে লাহেকৈ ঘৰৰ ভিতৰত সোমায়, তেতিয়া তাই ভাবে, তাইৰ জীৱন হয়তো কি মধুৰ হব পাৰিলেহেঁতেন। সেই চিন্তাত তন্ময় হৈ বেচাৰীয়ে ভুৱাৰৰ কাষৰে পৰা একাগ্ৰভাবে নিদ্ৰিত স্বামীৰ মুখৰ কালে চাই থাকে। তাইৰ নিষ্পেষিত অকণমানি হিয়াখনিয়ে যৌবনৰ ৰুদ্ধ আবেগ আৰু হেচি ৰাখিব নোৱাৰে। ব্যৰ্থতাৰ হুমুনিয়াই তাইৰ শৰীৰ মন ভাঙ্গি চিঙি চুৰমাৰ কৰি দিব খোজে। চকুৰ পৰা চকুলোবোৰে বাধা নামানি তাইৰ বুকুৰ কাপোৰখন তিয়াই দিয়ে। অজানিত অপৰাধৰ আশঙ্কাত কিন্তু তাই আগবাঢ়িব নোৱাৰে। বাহ্যিক আচৰণৰ ফলত মনৰ সি ব্যৱধানৰ সৃষ্টি হৈছে সেই ব্যৱধান দুৰ্ব্বল মালতীৰ কাৰণে দুৰ্লঙ্ঘ্য।

তাই ভাবে তাইৰ ওপৰত এই যুটীয়া অত্যাচাৰ কেলেই? ভাবি ভাবি তাই তাইৰ মাত্ৰ এটা অপৰাধ বিচাৰি পায়, সেয়ে হৈছে এই যে তাই এই পৰ্য্যন্ত সন্তান ধাৰণ কৰিব পাৰা নাই। কিন্তু এই অপৰাধৰ ক্ষমা নাইনে? মানুহে সংসাৰত জানিশুনিও কিমান অপৰাধ কৰে, সেইদৰে বহুতো অপৰাধৰ ক্ষমাও আছে। তাই এটা অস্পষ্ট আশা মনলৈ আনিব খোজে, জানোচা তায়ো কেতিয়াবা ক্ষমা পায়েই! এই আশা মনলৈ আহিলে, শত অত্যাচাৰৰ মাজতো তাইৰ মনৰ কলাডাৱৰৰ মাজেদি বাঞ্ছিত সুখৰ হেঙ্গুলী পোহৰ অকণমানি জিলিকি উঠে।

কিন্তু শেষত তাইৰ ধৈৰ্য্যৰ বান্ধ ভাঙ্গো ভাঙ্গো হ'ল। তাই আৰু মনক প্ৰবোধ দি ৰাখিব নোৱাৰে। তাইৰ যন্ত্ৰণাকাতৰ মন বিদ্ৰোহী হৈ উঠিব খোজে। কিন্তু তাই হিন্দুনাৰী, বিদ্ৰোহী হৈ কি কৰিব? মৃত্যু—! হয়তো তাই মৰিবও পাৰে,— আত্মহত্যা—! নাই,— এই কথা তাই ভাবিব নোৱাৰে। যদি মৰিবই লাগে

তেন্তে স্বামীৰ ঘৰত নাথাই নবৈ,—সিহঁতৰ অত্যাচাৰৰ প্ৰত্যুত্তৰ হিচাপে তাই মৃত্যু আলিঙ্গন কৰিব,—তাৰ বাহিৰে অন্য উপায়ৰ দ্বাৰা তাই আত্মহত্যা নকৰে। চিন্তা কৰি তাই ঠিক কৰিলে যে মৰিব লাগিলে নিজৰ ঘৰতে মৰিব। ইহঁতে তাইক ইমান অত্যাচাৰ কৰিলেও—সেইঘৰ্ তাইৰো ঘৰ।

সিদিনা ৰাধাকান্ত ঘৰত নাছিল। মালতীয়ে ৰাতিপুৱাই গা-পা ধুই আহি খোৱাবোৱাৰ যোগাৰ কৰি দিয়াত তাকে খাই বৈ সি কোনোবা গাৱঁলৈ কিবা কামৰ বাবে গৈছে। মালতীয়ে অন্যান্য কামবন কৰি উঠি তুপৰীয়া ঘৰৰ পিছ ফালৰ খালটোত সাজবাচন খিনি ধুবলৈ গৈছে। গাওঁৰে দোকানী জনৰ সিদিনা ৰাধাৰ লগত কিবা কাম থকা বাবে খালৰ পাৰেদি সিহঁতৰ ঘৰলৈ অহা বাট টোৰে দোকানীজন আহি দূৰৰ পৰা মালতীক কাম কৰি থকা দেখি অলপমান ঠিয় হৈ ৰাধা ঘৰত আছেনে নাই সুধিলে। মালতীয়ে তলমুৱাকৈ থাকিয়ে লাহেকৈ নাই বুলি ক'লে। দোকানী জনে মুগুনি কেবাবাৰো সুধিলে আৰু এই কথা সুধি থকা অবস্থাতে ভিতৰৰ পৰা মালতীৰ শাহুৱেক আহি দোকানী জনক দেখা পালে বুঢ়ীয়ে চাৰিওফালে চাই খালৰ ঘাটত মালতীক কাম কৰি থকা দেখিবলৈহে পালে,—বুঢ়াৰ মুখেদি গালি আখৈ ফুটাদি ফুটিব ধৰিলে। জগতৰ সমস্ত অশ্লীল অকথ্য গালি মালতীৰ ওপৰত বৰ্ষণ হব ধৰিলে; তাৰ লগতে মালতীৰ চৰিত্ৰৰ প্ৰতি যি দোষৰ ইঙ্গিত দিয়া হ'ল, তাকে শুনি মালতী সেই মুহূৰ্ত্ততে খালৰ পানীত বুৰগৈ চিৰদিনৰ কাৰণে কাণ স্তব্ধ কৰি দিব খুজিছিল, কিন্তু কি তুৰ্ব্বলতাই যেন তাইক আগুৰি ধৰিলে! মৰিলে কিন্তু তাইৰ ভালেই আছিল। দোকানীজনেও বুঢ়ীৰ কথা শুনি নাক কোঁচাই শ্ৰীবিষ্ণু স্মৰণ কৰি তাৰ পৰা পলাল।

সেই ঘটনাৰ পিছত সিদিনা আৰু মালতীক ঘৰ সোমাবলৈ নিদিলে। বেচেৰী লঘোনে ভোকে বাৰীৰ ফালে বহি কান্দি থাকিল। ইফালে বুঢ়ীয়ে সেই চৰিত্ৰ দোষৰ ঘি'নমুনা পালে তাকে আউটি আউটি মহাভাৰত এখন কৰিলে, আৰু এই পাপৰ কি পৰাচিত হব পাৰে তাকেই চিন্তা কৰি থাকিল। মালতীক তেতিয়া একো শাস্তি দিয়া নহ'ল সঁচা; কিন্তু মালতীয়ে জানিলে যে 'এই শান্তভাব ভবিষ্যৎ অগ্নিবৃষ্টিৰ ভূমিকাহে মাথোন। তায়ো মাজে মাজে ভাবিছিল,— আজি তাইৰ প্ৰতি কি শাস্তিৰ নিৰ্দ্দেশ হব পাৰে। কিন্তু শাস্তিলৈ তাই আৰু ভয় নকৰে।

সন্ধ্যাৰ অলপ আগতে ৰাধাকান্ত ঘৰলৈ আহিল। তেওঁ আহি পোৱা মাত্ৰকে মাকে আগবাঢ়ি গৈ মালতীৰ অপৰাধৰ ইতিহাস এশগুণ বঢ়াই বলকিব ধৰিলে। বাৰীৰ পৰা মালতীয়ে সেই বিবৃতিত নিজৰ ভাগ্যগণনা কৰিবলৈ ধৰিলে। মাকৰ মুখে মালতীৰ দুশ্চৰিত্ৰৰ অতিৰঞ্জিত বৰ্ণনা শুনি ৰাধাকান্তৰ খঙে মূৰৰ চুলি পালে আৰু বাৰীৰ পৰা মালতীক চুলিত ধৰি টানি আনি কিলৰ উপৰি কিল দিয়াৰ উপৰিও আৰু যি শাস্তিৰ বিধান কৰিলে তাক বৰ্ণনা কৰিব নোৱাৰি। সেই শাস্তিত মালতীৰ নাৰীত্বই গুমৰি গুমৰি কান্দিবলৈ ধৰিলে। বেচাৰীৰ লাজৰ আৰু সীমা নোহোৱা হ'ল। অকথ্য আৰু অভদ্ৰ শাস্তি বিধানেও ৰাধাৰ মনত শান্তি দিব নোৱাৰিলে,—মাকে আৰু পুতেকে যুক্তি কৰি তাইক চুলিত ধৰি টানি নি ঘৰৰ বাহিৰত দূৰৰ বাজআলিত উলিয়াই দিলে। যেতিয়া ৰাধাই ঘৈনীয়েকক সেই দৰে টানি নিয়ে, বেচাৰীৰ লাজ আৱৰণৰ বাবে গাত আছিল মাত্ৰ এখন কাপোৰ আৰু সেই আবৰণৰ তলত নিজৰ কোমল শৰীৰত অভদ্ৰ অত্যাচাৰৰ ক'লা ডাগ বোৰ। গাৰ বিষত তাই ৰাস্তাৰ মাজতে বাগৰি পৰিল আৰু সেই

অচেতনপ্ৰায় মালতীক তাতে এৰি থৈ বাধা ঘৰলৈ ফিৰি আহিল, যেন দুৰ্ব্বহ বোজা এটিৰ ভাৰৰ পৰা মুক্ত হৰলৈ পাই স্বস্তিৰ নিশ্বাস এটিহে পেলালে ;—মুহূৰ্ত্তৰ নিমিত্তে দায়িত্বশীল স্বামীৰ মনত বিবাহিতা স্ত্ৰীৰ প্ৰতি লেশমানো কৰ্ত্তব্যবোধৰ উদ্ৰেক নহ'ল।

অপৰিচিত আবেষ্টনৰ মাজত মালতীৰ তন্দ্ৰা বেছি সময় নাথাকিল। সাৰ পাই তাই বাস্তাৰ পৰা উঠি ঘৰমুৰা নহ'ল। তাইক বাহিৰৰ যি বহল সংসাৰ খন স্বামীয়ে জোৰ কৰি এনে অভদ্ৰ ভাবে দেখুৱালে, সেই মুকলি জগতকে তাই নিজৰ সংসাৰ বুলি অস্পষ্টভাবে এবাৰ ভাবি চালে। সমুখত অচিন বাজ্য এখনলৈ যোৱা বহল বাজআলিটো, আৰু চাৰিও ফালে নিচিনা নজনা মানুহৰ সহানুভূতিপূৰ্ণ চাহনি বোৰ, এই নতুন ঘৰ খনত তাই নিজক কেনে ভাবে মিলাই দিব সেই কথা ভাবিবলৈ তাইৰ আহৰি নাই। অবশ ভৰি দুখনৰ ওপৰত জৰ্জ্জৰিত শৰীৰটো তাই বৈ লৈ গৈ থাকিল— এটা অনিশ্চিত ভবিষ্যতৰ মাজলৈ। মনত তাইৰ চিন্তাৰ বিকাৰ নাই,—অন্তৰত হা-হুমুনিয়া নাই,—আছে মাত্ৰ এটা বিৰাট শূন্যতা আৰু এটি অন্ধকাৰ অনিশ্চয়তা।

এই দৰে তাই কিছুদূৰ গৈয়েই থাকিল। শেষত ঘনীভূত হৈ অহা অন্ধকাৰৰ বহস্যময় আৱৰণৰ মাজত তাই বহি পৰিল গছ এজোপাৰ তলকে আশ্ৰয় কৰি। ক্ষন্তেক বহিলৈহে তাই নিজৰ বাবে চিন্তা কাৰবৰ অলপ আহৰি পালে। হঠাৎ তাইৰ মনটো দুৰ্ব্বল হৈ পৰিল। মনত নপৰা শৈশৱৰ পৰা আশ্ৰয় পাই অহা স্বামীৰ ঘৰ খনৰ কথা মনত পৰিল। মুহূৰ্ত্তৰ বাবে তাইৰ মনটো ব্যাকুল হৈ উঠিল ;—ঘৰলৈ ফিৰি যাবৰ নিমিত্তে তাইৰ এবাৰ ইচ্ছা হ'ল।

কিন্তু তাইৰ সেই ঘৰত আছে কি? বন্ধন বুলিবলৈ তাইৰ কিবা আছে জানো? মাক পিতাকে চকু মুদাৰ আগতে নৈতিক বিশ্বাসেৰে সৈতে শিশু অৱস্থাতে তাইক দি যোৱা সেই আশ্ৰয় স্থানত তাই পাইছে কি?—অত্যাচাৰ, অৱহেলা, নির্মমতা আৰু ঘৃণা! এমুঠি ভাত আৰু এখন কাপোৰ হয়তো তাই পাইছিল; কিন্তু মানুহে ভাত কাপোৰৰ কাৰণে জানো মনটো বিসৰ্জ্জন দিব পাৰে? তাই যে নিঃসন্তান!

আকৌ সেই অনিশ্চয়তা,—আশা নিৰাশাৰ ভুৰ্ঘোৰ দন্দ। একালে আশ্ৰয়হীন নাৰীত্ব—আৰু আনফালে নিষ্পেষণ। যিমানে তাই চিন্তা কৰে সিমানে তাইৰ সন্তানহীনতাৰ কথা মনত স্পষ্টভাৱে উদয় হয়। তাইৰ ঘৰ নাই—স্বামীয়ে একমাত্র ঘৰ হব নোৱাৰে, সন্তানেহে নাৰীক প্ৰকৃত ঘৰ দিব পাৰে, সন্তানেহে মাকৰ প্ৰকৃত আশ্ৰয়।

গছৰ তলতে মাঘমহীয়া শীতত মালতীয়ে এৰাতি কটালে। ৰাতিপুৱাৰ লগে লগে তাই আকৌ খোজ ল'লে। অজানিতে তাইৰ খোজ ঘৰৰ পৰা দূৰলৈ—সেই বহল সংসাৰ খনৰ মাজলৈ আগ-বাঢ়ি গ'ল।

সিদিনা দিনৰ দিনটো খোজ কাঢ়ি ভোক পিয়াহত অস্থিৰ হৈ তাই গধূলি মানুহৰ আশ্ৰয় বিচাৰিলে। তাই গৈ গৈ এটা ৰেলওৱে ষ্টেচনৰ গুৰি পাইছিল। ৰেলওৱেৰ কেটামান ইটাৰ ঘৰৰ বাহিৰে ভাত আৰু অইন ঘৰ নাই। সেই ইটাৰ ঘৰত তাই আশ্ৰয় পাবনে নাপায় ভাবি ভাবি এটা ঘৰৰ পিচফালে বেৰতে আউজি তাই লালকাল দিলে।

সিদিনা আছিল জোনাক ৰাতি। নিৰ্মল আকাশ খনৰ পূৰ্বকোণত ৰগা ঠাল এখনৰ দৰে জোনটো উঠি পৃথিবী খনত যেন ৰূপৰ

পানীহে চটিয়াই দিলে। সেই জোনৰ পোহৰ গছলতাত পৰি এটা সুন্দৰ মধুৰতাৰ সৃষ্টি কৰিলে। মালতীৰ মুদ খাই অহা চকুদুটাত সেই জোনৰ পোহৰ এটা বুজিব নোৱাৰা ৰহস্য যেন লাগিল। সেই ৰূপালী জোনাকে তাইৰ মৰহি যাবলৈ ধৰা অন্তৰত হঠাৎ এটি আগেয়ে অনুভব নকৰা শিহৰণৰ সৃষ্টি কৰিলে। তাইৰ জীৱনৰ প্ৰতি এটি মায়া উপজিল। তাই গম পালে যে তাইৰো আশা আছে, আকাঙ্খা আছে আৰু জীয়াই থাকিবৰ অধিকাৰ আছে। জীৱন আৰু সৌন্দৰ্যৰ এটা লীলাময় স্পন্দন তাই চাৰিওফালে অনুভব কৰিলে। গছলতা তৃণ আদি সকলো বিলাকে জোনৰ পোহৰত নাচি নাচি যেন তাইক জীৱনৰ এটা নতুন সম্ভেদ দি গ'লহি।

তাই আৰু নিৰাশ ভাবে তাতে বহি থাকিব নোৱাৰিলে। ভোক পিয়াহ আৰু যন্ত্ৰণাত তাইৰ সমস্ত শৰীৰ কাতৰ। তাই আশ্ৰয় বিচাৰি উলিয়াবই লাগিব।

লাহেকৈ তাই উঠিল আৰু ঘৰটোৰ সমুখৰ ফালে আহি একো নভবা নিচিন্তাকৈ দুৱাৰত ঠক্ঠকাই দিলে। ৰাতি কোনোবা মানুহে আশ্ৰয় বিচাৰি আহিছে বুলি ভাবি গিৰিহঁতে দুৱাৰ খন মেলি দিলে। দুৱাৰ মেলিয়েই বাহিৰত তিৰোতা মানুহ এজনী দেখি গিৰিহঁত আচৰিত হৈ পৰিল।

মুখামুখিকৈ মতামানুহ এজন দেখি মালতীও একেবাৰে বিমোৰত পৰিল। তাই মানুহ জনৰ ফালে চাওঁতেই তাৰ কাঠৰ ভৰি খনলৈ তাইৰ চকু পৰিল। মানুহ জনে এই পৰ্য্যন্ত একো কথা কোৱা নাই, তাতে আকৌ তাৰ কাঠৰ ভৰি। মালতী গাৱঁলীয়া ছোৱালী, আৰু গাওঁৰ পৰিবেষ্টনৰ মাজতে তাইৰ ইমানখিনি বয়স হ'লহি। মানুহে যে কিবা অৱস্থাত এনেকুৱা কাঠৰ ভৰি লব লগীয়া হব

পাবে সি তাইৰ সপোনবো অগোচৰ। কিবা এটা তীব্র আশঙ্কাত তাইৰ গোটেইটো গা জোকাৰ খাই উঠিল। তাই আৰু থিয়ে থাকিব নোৱাৰিলে। এনেয়ে শৰীৰ অৱশ, তাতে মনৰ এই অৱস্থা ; তাই জ্ঞান হেৰুৱাই ঢলি পৰিল।

গিৰিহঁত এতিয়াহে মহাবিপদত পৰিলঃ। মানুহজনৰ ঘৰত কোনো নাই আৰু গৃহস্থালিৰ সকলো ৰকমৰ আহিলা পাতিও তাৰ নাই। তিৰোতা জনীৰ ফালে চায়েই সি বুজিছিল যে তাই বৰ বিপদাপন্ন আৰু দুৰ্ব্বল। গতিকে পহিলৰে পৰা তাইৰ প্রতি তাৰ এটা সহানুভূতিৰ উদ্রেক হৈছিল। কিন্তু এই অৱস্থাৰ বাবে সি মুঠেই প্রস্তুত নাছিল,—তাতে তাৰ খোঁৰা ভৰি।

কিন্তু সি যি কি নহওক, পাঁড়েজীৰ উপস্থিত বুদ্ধি আছে। ঢলি পৰিবলৈ ধৰা মালতীৰ দেহটি সি ডাঙি ধৰি নি তাৰ খাটত শুৱাই দিলে। তাৰ পিচত চকুই মুখে পানী দি বহুবেলি পৰি-চৰ্য্যা কৰি মালতীৰ চেতনা আনিলে। লাহে লাহে মালতীৰ মুখে তাইৰ জীৱনৰ সমস্ত ইতিহাস সি শুনিলে। মালতীয়ে কিয় যে তাইৰ দুখৰ করুণ কাহিনী অপৰিচিত মানুহ এজনৰ আগত এনেকৈ ক'লে তাক হয়তো তাই নিজেই ভালদৰে নাজানে। তাই হয়তো ভাবিলে যে পৃথিবীত আটাইতকৈ তাইৰ আশ্রয়ৰ বেছি প্রয়োজন। গতিকে আনৰ সহানুভূতি লাভ কৰিবলৈ নিজৰ দুখৰ ইতিহাস কোৱা ভিন্ন অন্য উপায় নাই। তাই কেৱল এটা কথা গোপন কৰিলে, সেই বিষয়ে তায়ো অৱশ্যে চিদাংকৈ একো নাজানে,—বৰং অলপ আশাবাদীহে—কাৰণ তাই ভাবে যে তাই বন্ধ্যা নহয়।

পাঁড়ে মালতীৰ সকলো কথা বিশ্বাস কৰিলে, ই একো আচৰিত নহয়। কিন্তু অতি আচৰিত কথা এয়ে যে সি তাইক আশ্রয়

দিলে। এটা অতি বেদনাদায়ক কাৰ্য্যকাৰণৰ সমাবেশত মালতীয়ে সেই আশ্ৰয়কে গ্ৰহণ কৰি পাঁড়েৰ ঘৰত থাকিল।

এই আৱস্তনীয়ে মালতীৰ এটা নতুন জীৱনৰ সূচনা কৰিলে।

* * *

দিনৰ পিচত দিন যায়, আৰু এই কালৰ গতিত মালতীয়ে লাহে লাহে তাইৰ অতীত জীৱনৰ কথা পাহৰি যায়। পাঁড়েও পাহৰিলে যে মালতী এজনী বামুনৰ বিবাহিতা স্ত্ৰী।

এই বিস্মৃতিৰ ফলত উদ্ভব হোৱা অৱস্থাত দুয়ো স্বামী-স্ত্ৰী হিচাপে থকা ব্যৱস্থাৰ বিৰুদ্ধে কোনো যুক্তি সিহঁতে বিচাৰি নাপালে। সমাজ শাসনৰ কঠোৰ ব্যৱস্থাই সিহঁতক ঢুকি নাপালে, কাৰণ স্থিতিশীল গ্ৰাম্য সমাজৰ গণ্ডীৰ পৰা সিহঁতক আঁতৰ কৰি ৰাখিছে ৰেলৱেৰ সেই আড়ম্বৰবিহীন ইটাৰ ঘৰটোৱে। সদায় আহি গৈ থকা ভ্ৰাম্যমান যাত্ৰীৰ গতিশীল সমাজটোৱে সিহঁতৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সমস্যাবোৰলৈ চকু দিবৰ সময়কে নাপায়।

কালক্ৰমত পাঁড়েৰ এজনী ছোৱালী জন্মিল। ছোৱালীৰ নাম বাপেকে ৰাখিলে গঙ্গা। গঙ্গা নাম কিয় ৰাখিলে বুলি সুধিলে পাড়েজীয়ে কয় যে মা গঙ্গাক সকালতে এৰি আহি মা কামাখ্যাৰ প্ৰসাদত এই গঙ্গাক পালে।

১৯২৬ চনৰ কথা। গঙ্গা তেতিয়া ১৫।১৬ বছৰীয়া গাভৰু ছোৱালী। পাঁড়েৰ পৰা তাই গাৰ বং, মুখৰ সাচ পালে আৰু মালতীৰ পৰা পালে নাৰীৰ কমনীয়তা। যৌৱনৰ সন্ধিক্ষণৰ মায়া-জালেৰে আগুৰি ধৰা ৰহস্যময় চঞ্চল চকু জুৰিব সৈতে উজ্জ্বল এই গঙ্গামূৰ্ত্তি যি এবাৰ দেখিছে সি আৰু পাহৰিব নোৱাৰে। তাতে বাপেকে তাইক অতি উচ্চাঙ্গৰ সঙ্গীত আৰু চেতাৰ ইমান ভাল দৰে শিকালে যে গঙ্গা আচলতে ৰূপগুণৰ সমানে অধিকাৰিণী হ'ল।

গঙ্গাক গান বাজনা শিকাই পাঁড়ে ভাবিছিল যে তাইক কোনোবা ভাল ঘৰলৈ বিয়া দিব। গঙ্গাৰ বিয়া হব, এই কথা যেতিয়া যুবক মহলত প্ৰচাৰিত হ'ল, তেতিয়া জাকে জাকে ডেকা দ'ৰা আহি পাঁড়েৰ চোতাল ভৰি পৰিবলৈ ধৰিলে। পাঁড়েও মনৰ আনন্দত সিহঁতক চাহ জলপানেৰে আৰু জীয়েকৰ মধুৰ কণ্ঠস্বৰেৰে আপ্যায়িত কৰিবলৈ ধৰিলে।

এই চাহ জলপানৰ আড্ডা আৰু গানৰ বৈঠক আমি পুৰা এবছৰ দেখিলোঁ। এই বৈঠক বহা সময় থিনিত আমি পাঁড়েৰ ঘৰলৈ যোৱা নাছিলোঁ। পাঁড়ে সৰলচিতীয়া মানুহ। ছোৱালীৰ নিশ্চিত উজ্জ্বল ভবিষ্যৎ এটিৰ কল্পনাই তাৰ মন বাস্তৱৰ অস্পষ্ট অন্ধকাৰৰ মাজৰ পৰা বহুখিনি ওপৰলৈ লৈ গৈছিল।

১৯২৭ চনৰ ফেব্ৰুৱাৰী মাহত এদিন দেখোঁ যে পাঁড়েৰ ঘৰত গানো নাই, বজনাও নাই,—আৰু সেই চাহ জলপানৰ আয়োজনো নাই। মনত খটকা লাগিল। ভিতৰলৈ সোমাই গৈ পাঁড়েক মাতিলোঁ। পুৰণা পৰিচিত মাত শুনিয়ে হবলা পাঁড়েজীয়ে মোক ভিতৰলৈ মাতিলে। মালতী ফুৰৰ মান আগতে ঢুকাইছে, গতিকে গঙ্গাই পৰম যত্ন কৰি মোক চাহ জলপান দিলে। গঙ্গাৰ মুখলৈ চাই দেখোঁ যে তাইৰ সেই কোমল মুখত কিবা বিষাদৰ কালিমা এটা পৰিছে। তাইৰ মুখৰ সেই হাঁহি থকা ভাব আৰু নাই, অন্তৰৰ কিবা এটা গভীৰ দুখ যেন তাইৰ মুখত প্ৰকাশ হৈ পৰিছে। মই তাইক কিবা কথা সুধিলোঁ, কিন্তু তাই একো উত্তৰ নিদিয়াকৈ ভিতৰৰ ফালে গুচি গ'ল। মই বুজিলোঁ যে তাইৰ কিবা এটা হৈছে।

পাঁড়েক বাহিৰলৈ মাতি আনি মোৰ খুদুৱনি লগা বনটো পৰিষ্কাৰ কৰি দিবলৈ অনুৰোধ কৰিলোঁ। পাঁড়ে তেতিয়া দীঘল

হমুনিয়াহ এটা কাঢ়ি মোক দূৰৰ পিল এটালৈ মাতি নি লাহে লাহে ক'লে :

"বাবুজী, মোৰ গঙ্গা মাই এতিয়া আৰু আগৰ নিচিনা নহয়। তাইৰ চালচলন, কথা বতৰা, সকলো বুঢ়ীৰ দৰে হৈ গৈছে। কিয় হৈছে জানে বাবুজী? তাইক মই বিয়া দিব নোৱাৰিলোঁ। আপুনি বোধহয় জানে—তাইক বিয়া দিবলৈ মই কিমান চেষ্টা কৰিলোঁ। মোৰ সামান্য উপাৰ্জ্জনৰ আধা খিনি সেই ভদ্ৰলোকৰ মুখা পিন্ধা অসভ্যহঁতক খুৱাওঁতে খৰছ কৰিলোঁ। সিহঁত মোৰ ঘৰলৈ আহে মোৰ তেজটুপী চুহি খাবলৈ আৰু মোৰ গঙ্গাৰ ফালে তৃষিতৰ দৰে চাই থাকি চকুৰ তৃপ্তি সাধিবলৈ। দুয়োবিধ তৃপ্তি সাধন হ'লে সিহঁত লাহে লাহে এটা এটাকৈ ইয়াৰ পৰা আঁতৰ হয়। কেতিয়াবা মই বিয়াৰ কথা উলিয়ালে সিহঁতে চাহপানী আৰু গানৰ আশা পৰিত্যাগ কৰি হলেও পলাই ফাঁট মাৰে।

"এদিন সেই অধঃপাতে যোৱা উকীলৰ পুতেক আহি মোৰ ঘৰত বহি থাকিল। তাৰ ধৈৰ্য্য দেখি ময়ো অলপ আশাৰ পোহৰ পোৱা যেন পালোঁ। বেচাৰী গঙ্গাই এটাৰ পিচত এটাকৈ বহুত গান গালে। তাইৰ কোমল কণ্ঠৰ তন্ত্ৰী বিলাক এডাল এডালকৈ ছিগি যাওঁ ছিগি যাওঁ হ'ল;—তথাপি সি নুঠে। ময়ো চাহৰ কাপ যোগাই তৰণি নাপাওঁ। কিন্তু ইমান কৰিও মোৰ মনত এটা আনন্দ হ'ল এইবাবে যে হয়তো এই উকীলৰ পুতেকে শাস্ত্ৰমতে মোৰ গঙ্গাক বিয়া কৰাব। সেই আশাতে নিৰ্ভৰ কৰি মই শেষত গঙ্গাৰ বিয়াৰ কথা উলিয়ালোঁ। আজলী গঙ্গাই লাজতে মুচকচ গৈ ঘৰৰ ভিতৰত সোমাল।

"মোৰ প্ৰস্তাৱ শুনি নাৰকী উকীলৰ পুতেকে নাককোচাই দিলে। সি হেনো মালতীৰ দৰে ছিচাৰিণীৰ জীয়েকক শাস্ত্ৰমতে বিয়া কৰাব নোৱাৰে। কিন্তু গঙ্গাৰ প্ৰতি সি পৰম সহানুভূতি সম্পন্ন, সেই বাবে গঙ্গাক যদি তালৈ মই এনেয়ে দিওঁ তেন্তে সি ৰাখিব পাৰে।—উঃ ভগবান, এই কথা শুনিবলৈ মোক জীয়াই ৰাখিছিলা! পাপিষ্ঠই মোৰ স্বৰ্গগতা দেৱী মালতীৰ কন্যা গঙ্গাক ৰক্ষিতা হিচাপে ৰাখিব খোজে!

"বাবুজী মোৰ ইচ্ছা হৈছিল যেন সেই কাপুৰুষৰ পাপৰ শৰীৰৰ পৰা পাপিষ্ঠ প্ৰাণ খুন্দি বাহিৰ কৰি দিয়। তাকে কৰিবলৈ খণ্ডত ৰুদ্ৰ মূৰ্ত্তি হৈ তাৰ ফালে খেদা দিওঁতেই সি পলাই পত্ৰং দিলে। মই ভিতৰলৈ গৈ গঙ্গাক সাৱটি ধৰি পাৰোঁ মানে কান্দিলোঁ। বেচাৰীও বোধকৰোঁ বেৰৰ আৰৰ পৰা সকলো কথা শুনি আছিল। তায়ো মোৰ কোলাত মুখখন থৈ পাৰে মানে কান্দিলে। তেতিয়াৰ পৰাই—বাবুজী, গঙ্গাই বিয়া নকৰাওঁ বুলি প্ৰতিজ্ঞা কৰিছে আৰু তেতিয়াৰ পৰাই তাইৰ এই পৰিবৰ্ত্তন।"

পাঁড়েৰ কথা শুনি মোৰ মনটো বৰ কেনেবা কেনেবা লাগিল। এই কাপুৰুষৰ দলটোক মনে মনে অভিসম্পাত দি মই ঘৰলৈ উভটিলোঁ। গঙ্গাৰ আচলতে বিয়া হব নোৱাৰে নেকি,—তাকেই মই একোবাৰ চিন্তা কৰি চাওঁ।

কেইবা বছৰো পিছত সিদিনা মই এবাৰ পাঁড়েহঁতৰ ঘৰৰ ফালে গৈছিলোঁ। পাঁড়েৰ মৃত্যুৰ কথা মই দুবছৰ আগতে শুনিছোঁ। নানাৰকম কামৰ লেঠাত তেতিয়াৰ পৰা এই দুবছৰে সেই ফালে যাবই পৰা নাছিলোঁ। গঙ্গাইনো এতিয়া কি কৰিছে,—কেনেকৈ আছে, তাকে চাবলৈ মই সিহঁতৰ তালৈ গলোঁ।

সিইঁতৰ তাত দেখোঁ যে সকলো ঠিক আগৰ নিচিনাই আছে, নাই কেৱল কাঠৰ ভৰিখনৰে ঠক্ ঠক্ কৰি খোজ কাঢ়ি ফুৰা পাঁড়েজী। মালতীৰ ঠাই বহুদিন আগতে গঙ্গাই পূৰণ কৰিছিল, আৰু এতিয়া গৈ দেখোঁ যে পাঁড়েৰ ঠাই অধিকাৰ কৰি তাৰ ডাঙৰ পুতেক মনোহৰ বহি আছে। গঙ্গাৰ পিচত পাঁড়েৰ আৰু তিনিটা ল'ৰা হৈছিল। মনোহৰ বৰ্ত্তমানে ২৬।২৭ বছৰীয়া ডেকা। তাক দেখিলে বুঢ়া পাঁড়েৰ নতুন সংস্কৰণ যেন পায়।

"গঙ্গা কি কৰিছা?" বুলি মাত দিওঁতে গঙ্গাই শুকান হাঁহি এটা মাৰি উত্তৰ দিলে,—"বাবুজী, মনোহৰৰ বাবে কইনা চাবৰ যোগাৰ কৰিছোঁ!"

চাহ জলপান খাই সন্ধ্যাবেলা ঘৰলৈ উভটিব খোজোঁতে গঙ্গাই ক'লে,—"বাবুজী এটা গান শুনি যাওক।"

—তাই তেতিয়া বাপেকৰ পুৰণা চেতাৰ খন উলিয়াই আনি 'বেহাগ—' এটা গাই শুনালে।

"ভূপালীহে ঠিক হ'ল হেঁতেন, গঙ্গা। তোমাৰ আজি জয়ৰ দিন। আজি ১৩ বছৰৰ মূৰত তোমাৰ ঘৰত গান আৰু চেতাৰ শুনিলোঁ।"

মোৰ কথাৰ তাৎপৰ্য্য গঙ্গাই ঘপহ্ কৰি বুজিলে। গম্ভীৰ হাঁহি এটা তাইৰ মুখত বিৰিঙি উঠিল।

মই ঘৰলৈ আহি থাকোঁতে ভাবিলোঁ,—গঙ্গাৰ বিয়া হব নোৱাৰিলে, কিন্তু মনোহৰৰ বিয়া হোৱাত কোনো বাধা নাই। দুয়ো কিন্তু মালতীৰ সন্তান।—মনোহৰৰ বিয়াত গঙ্গাৰ সুখনে দুখ নাজানো, কিন্তু তাইৰ যে ই এটা নিশ্চিত জয়, ইয়াক মই ডাঠি কব পাৰোঁ। তাইৰ এই জয়ৰ মূলত তাইৰ ত্যাগৰ পূণ্য যে আছে—তাক লুই কৰিবৰ সাধ্য কাৰো নাই।

ছিলং—৯।২।৪৩